প্ৰকাশক
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
গুৱাহাটী-১

বেচ—ছয় টকা

প্ৰথম প্ৰকাশ—জুন, ১৯৭৩

প্ৰচ্ছদপদ শিল্পী
শ্ৰীগৌৰী বৰ্মন

ছপা কৰোঁতা
শ্ৰীৰাধাৰমণ বছাক
শ্ৰীকান্ত প্ৰেছ
৭৫, বৈঠকখানা ৰ'ড
কলিকতা-৯

# বল্লৰী

এইবাৰ নলিনৰ সহ্য নহল।

কিয় এই কোম্পানীত চাকৰি ললে? দুবছৰতে জীৱন শূন্যতাৰে ভৰি পৰিছে।

ৰাতি মেনেজাৰৰ পাৰ্টি আছিল। বহুত সময় খাই-বৈ, নাচি কটাই আহিছে। অলিয়ে খুব মদ খাইছে আজি। সেনগুপ্তৰ লগত হলিগলিও খুব বাঢ়িছে। খুব নাচিছে। নলিন কলেজত অধ্যাপক থাকোতে অলি আছিল বিধুতি হলে তিনি দিন মাটিত শোৱা নৈষ্ঠিক গঞা বোৱাৰী। ডিগবইৰ বঙলাত লাহে লাহে সেইবোৰ এৰিব লগা হ'ল। এৰিবলৈ বাধ্য কৰিলে নলিনে। ইয়াৰ কভেনেণ্টেড ষ্টাফৰ অফিচাৰ হ'লে চাহাবী চাল-চলন নললে নহয়। অলিয়ে ৰিহা-মেখলা এৰি দি হ'ল নাইলনৰ সেন্নিকা। প্ৰথমতে ইংৰাজী কোৱাত অসুবিধা পাইছিল, কাটা-চামুচ ধৰাত দিগদাৰি হৈছিল, মদ খোৱাত দ্বিধা বোধ হৈছিল, নাচিবলৈ লাজ লাগিছিল। কিন্তু নলিনৰ উদগণি আৰু উচ্চ সমাজৰ উদগণি পাই তাইৰ সকলো সংকোচ ভাগি গ'ল। এই সংকোচ ভঙ্গাত সেনগুপ্তৰ প্ৰেমেও সহায় কৰিলে। সেনগুপ্ত শান্তি-নিকেতন আৰু মিউনিক্ বিশ্ববিদ্যালয় দেখা সংস্কৃত আৰু ৰুচিবান লোক। তেওঁক লগ পোৱাৰে পৰা অলি চঞ্চলা হৈ উঠিছে। সেনগুপ্তৰ লগত বন্ধুত্ব হোৱাৰ দুটা বছৰৰ ভিতৰতে অলি হৈ পৰিছে দুৱৰাৰ প্ৰতি উদাসীন।

বিছনাখনত শুই নলিনে মাতিলে, 'অলি'।

কাষৰ বিছনাখনত শুই থকা অলিয়ে কোনো ৰকম ক'লে "নলিন টোপনি যোৱা নাই? মোৰ মূৰটো ঘূৰাইছে।"

নলিনে লাইটটো জ্বলাই দিলে। দেখিলে অলিয়ে কাপোৰকানি নসলোৱাকৈয়ে বিছনাত পৰিছে। বিৰক্তি উপজিল নলিনৰ। কোনো দিনে নভবা ভাব এটি মনলৈ আহিল। অলিৰ দেউতাকে এতিয়াও তিনি প্ৰসঙ্গ নকৰাকৈ শান্তি নেপায়, সেই বাপেকৰ জীয়েক হ'ল মদাহী। কিন্তু তাৰ বাবে দায়ী তেওঁ নিজেই। এতিয়া অলিক অবনতিৰ পথৰ পৰা ঘূৰাই অনাৰ দায়িত্ব সম্পূৰ্ণৰূপে তেওঁৰ।

নলিন অলিৰ মূৰৰ শিতানত বহিল আৰু তাইৰ মূৰটো কৰঙ্গনত তুলি লৈ কলে—'অলি তুমি বৰ বেছি খালা।'

অলিয়ে ক'লে—'আজি খুব খাবৰ মন গ'ল। খাই খাই যেন নিজক শেষ কৰি দিম।'

—কিয় অলি ?

—কিয় আপুনি জানে।

নলিনে ক'লে,—"তোমাৰ এইটো অন্যায় হৈছে অলি। বাহিৰত কোৱাকুই হোৱাটো বাৰু বাদ দিলো। কিন্তু আমাৰ মাজত সেনগুপ্তক সোমাবলৈ নিদিবা। সকলোৰে এটা লিমিট্ আছে।"

অলিৰ মুখখন আতঙ্কত কোচ খাই গ'ল। সেনগুপ্তক সিহঁতৰ মাজত সোমাবলৈ তাই দিয়া নাই, আপোনা-আপুনি সোমাইছে। তাই সেনগুপ্তৰ মোহ-পাশৰ পৰা ওলাবলৈ চেষ্টা কৰিছে, কিন্তু পৰা নাই। সেনগুপ্ত মানুহটোৰ মাজত আছে এটা নিটোল প্ৰস্ফুটিত যৌৱন, কিন্তু সেইবাবে তাই তাক অন্তৰত স্থান দিয়া নাই। সেনগুপ্তই দুৱৰাৰ দৰেই মদ খায়, নাচে, কথা পাতে। কিন্তু দুদিনৰ চিনাকিতে সি অলিৰ মনৰ গোপন বিষণ্ণতাৰ উহ খুচৰি খুচৰি বাহিৰ কৰিলে আৰু বাহিৰৰ সঙ্গই পূৰাব নোৱাৰা এটা আন্তৰিক নিঃসঙ্গতা দূৰ কৰিলে। সন্দেহ নাই যে আজি নলিন অলিৰ বাহিৰৰ মানুহ আৰু সেনগুপ্ত ভিতৰৰ মানুহ। অলিৰ দুৰ্ভাগ্য নলিনে সেই নিঃসঙ্গতা গুচাব নোৱাৰিলে।

অলিক নিমাত দেখি নলিনে খুব অভিমান কৰি ক'লে—আজি



কিছুদিনৰ পৰা তুমি মোৰ লগত কথাকে পাতিব নোৱাৰা হৈছা।

অলিয়ে কলে, ভাবিছিলোঁ আপুনি ধৰিব পাৰিছে।

নলিনে বিষণ্ণ কণ্ঠে উত্তৰ দিলে—তুমি তেন্তে সঁচাকৈয়ে মোক ভাল নোপোৱা হৈ আহিছা।

অলিয়ে নিৰ্ভীক কণ্ঠে ক'লে—ঠিক সেইটো নহয়। আপোনাক আগেয়ে যিমান ভাল পাইছিলো, আজিও পাওঁ। সেনগুপ্তই মোৰ পৰা অতিৰিক্ত ভালপোৱা আদায় কৰিছে।

নলিনে খুব লাহে লাহে ক'লে—মোক ভাল পায়ো তুমি আন এজনক ভালপোৱাৰ শক্তি ক'ত পালা ?

অলিয়ে অলপ ভাবি উত্তৰ দিলে—ইমান ভাবিব মই নোৱাৰো। আপুনিতো জানেই মই ভাবিব নোৱাৰো।

নলিনে বুজিলে। অলিয়ে কিবা এটা অবুজ শক্তিৰ প্ৰভাৱতহে এনে কাম কৰিছে। অলিক হাড়ে-হিমজুৱে চিনিপায় নলিনে। নিজক ফাকি দিয়া আৰু লোকক ফাকি দিয়া স্বভাৱ তাইৰ নাই। সেনগুপ্তক ভালপোৱাৰ কথাটো ঢাকি ৰখা নাই, বৰং সেই কাৰণে তাৰ গুৰিত দোষী বুলি নিজেই কথাটো কেবাদিনো তাৰ আগত কৈছে। ইমানলৈকো তাই কৈছে যে তাৰ বাবে তাই শাস্তি ভুগিবলৈও প্ৰস্তুত।

কিন্তু শাস্তি দিবলৈ সি কোন ? সি অলিক মাথোন অনুৰোধ কৰিছিল সেনগুপ্তৰ লগত হলি-গলি বন্ধ কৰিবলৈ। লগে লগে তাইক সোঁৱৰাই দিছিল পলাশৰ কথা। পলাশৰ স্কুল বন্ধ হৈছিল। পলাশ ডেৰাডুনৰ পৰা আহি পূজাৰ বন্ধ কটাই আকৌ ঘূৰি গ'ল : সি থকা কেইদিন অলি ঘৰতে আছিল, কিন্তু নলিনে মন কৰিছিল অলি যেন সেই কেইদিন কোনো ৰকমেহে বাচি আছিল। মুখত সদায় এটা যন্ত্ৰণা। বহল ঘৰখনৰ মাজতো যেন তাই দম বন্ধ হৈ মৰিব খুজিছিল। সেই কেইদিন নলিনৰ লগত নিয়মিত ভাৱে কথা পাতিছিল। কিন্তু তাৰ মাজতে হঠাতে যেন তাই কিহবাৰ অভাৱ অনুভৱ কৰিছিল।

তেনে সময়ত তাই মন মাৰি থাকে। কথা কওঁতে শব্দ পাহৰি যায়, কেতিয়াবা আঁতো হেৰায়।

আজি পাৰ্টি আছিল। মেনেজাৰৰ পাৰ্টি। ছিনিয়ৰ অফিচাৰ-সকল স্ত্রী সহ তালৈ যাব লগা হৈছিল। নগলে অভদ্রতা হয়। তালৈ গৈ আকৌ হঠাতে অলি আপোন পাহৰা হ'ল। সেনগুপ্তক দেখিলেই তাইৰ দেহ-মন যেন ৰ'ব নোৱাৰে। মানুহটোৰ গাত এটা অনিবাৰ্য্য চুম্বক শক্তি আছে।

নলিনে অলিৰ উত্তৰ শুনি বুজিলে অলিক কৈ একো লাভ নাই। যি কৰিব পাৰে সি নিজেই কৰিব লাগিব। নহলে অলিক সি হেৰুৱাব আৰু অলিয়েও নিজকে হেৰুৱাব। সেনগুপ্ত এজন ৰোমাণ্টিক আবিঐ ডেকা। তেওঁ অলিক ভাল পাই যে দুৰ্যোগ মাতি আনিছে, এখন সংসাৰলৈ তাক ভাবিব পৰা নাই বৰং তেওঁ অলিৰ ওচৰ চাপিবলৈ সততে বাঞ্ছা কৰে। কোনো বুজনিয়ে তেওঁক এই দায়িত্বহীন পথৰ পৰা ওলোটাই নিব নোৱাৰে, অৱশ্যে অৱস্থাই দুয়োকো বেলেগ কৰিলে বেলেগ কথা।

নলিনে বুজিলে তাৰ শেষ উপায় প্ৰয়োগ কৰি চাবৰ সময় উপস্থিত হল। সি সন্তৰ্পণে অলিৰ হাতখন নিজৰ হাতত লৈ ক'লে—অলি, মোৰ এটা অনুৰোধ আছে।

—কি কোৱা।

—কোৱা নেপেলাও বুলি।

অলিয়ে নেমাতিলে। তাই নলিনৰ মুখলৈ ভেবা লাগি চাই ৰ'ল।

—নামাতিলা দেখোন? তুমি নোৱাৰা একো কাম কৰিবলৈ মই নকওঁ।

—তেন্তে কোৱা। মই যদি পাৰো নিশ্চয় কৰিম। অইন মতা মানুহ হোৱা হলে মোক কি যে নকৰিলেহেঁতেন। আপুনি দেৱতা।

অকণো বিচলিত নহল নলিন। প্ৰশংসা, ঠাট্টা বা তোষামোদ একোৱেই তাক কৰ্তব্যৰ পৰা বিচলিত কৰিব নোৱাৰে। সি তীক্ষ্ণ



দৃষ্টিৰে চাই বুজিব পাৰিছিল যে অলিক ডিগবইৰ পৰা নিৰ্বাসন দিব লাগিব,—আৰু এনে ঠাইলৈ নিৰ্বাসন দিব লাগিব য'ত অলিয়ে নিজৰ জীৱনৰ আচল উহটো বিচাৰি পায়।

সেই জীৱন হ'ল অলিৰ মাকৰ ঘৰ। যিখন ঘৰ আজি অত বছৰেও নলিনে আপোন বুলি ভাবিব নোৱাৰিলে সেইখন ঘৰ হঠাতে সি অতি আৱশ্যকীয় বুলি বিবেচনা কৰিলে। যেন সেয়া পৰিত্ৰাণৰ আলয়।

নলিনে ক'লে,—তোমাক মই ঘৰত থৈ আহিমগৈ। তাত গৈ নীৰলে সকলো কথা ভাবাগৈ। যদি ছমাহ ভাবিও দেখা যে তুমি সেনগুপ্তক এৰিব নোৱাৰা তেন্তে মোক জনাবা। তেতিয়া যি হয় এটা ৰফা-দফা কৰিম।

অলিয়ে কিছুপৰ থৰ হৈ ৰ'ল, তাৰ পিচত লাহেকৈ হুমুনিয়াহ কাঢ়ি ক'লে—মাৰ আগত মুখ দেখুৱাবৰ মোৰ ইচ্ছা নাই।

—কিয়?

অলিয়ে উত্তৰ দিলে, মোক দেখি মাই দুখ পাব। এনেয়ে ধৃতি-নীতি এৰিলো, তাতে—

নলিনে ক'লে—তথাপি তুমি যাব লাগিব। ছোৱালীৰ বাবে মাকৰ দৰে বন্ধু নাই অলি।

অলিৰ মূৰ ঘূৰাবলৈ ধৰিলে।

## দুই

নলিনৰ কথাত যুক্তি আছিল। বিয়াৰ পিচত সিহঁত দুয়োৰে নিয়মিত যি সংসাৰ আৰম্ভ হৈছে, সেই সংসাৰৰ দায়িত্ব অকল নলিনৰে নহয়, তাইৰো। তাই এতিয়া অপত্য স্নেহৰো গৰাকিনী। পলাশৰ ওচৰত তাই নিজৰ এই নতুন প্ৰেমৰ কথা প্ৰকাশ কৰিব নোৱাৰে। নলিনৰ তাৰৈয়েক যত্ন কাকতি অভিজ্ঞ লোক, মনোবিজ্ঞানৰ ওপৰত মানুহ-জনৰ অসীম দখল। তেওঁ আহি তাইক বুজাই গৈছে। অকপটভাৱে তেওঁ কৈছে যে এনেকুৱা আধাচাহাবী সমাজত বাস কৰিলে এনেকুৱা প্ৰেমৰ সমস্যাৰ উদ্ভৱ হয়েই। তাক যুক্তিসন্মত মনোভাৱেৰে সমাধান কৰাহে জ্ঞানী তিৰোতাৰ ৰীতি। তিৰোতা-পুৰুষৰ অবাধ আকৰ্ষণ নিয়মিত কৰাটোৱেই সভ্যতাৰ দাবী। এই যুক্তিত অলি পতিয়ন গৈছে। আজি কেইবাদিনো তেওঁ সেনগুপ্তৰ স্নেহৰ আমন্ত্ৰণ প্ৰত্যাখান কৰিছে। দেউতাকৰ পৰাও নিমন্ত্ৰণ পাইছে ঘৰলৈ যাবৰ বাবে। কিন্তু ঘৰলৈ যাবলৈ তাই নিজৰ মনক নানা ভাৱে প্ৰস্তুত কৰিব লগা হৈছে।

বাপেকৰ ঘৰ গাৱঁত। গাৱঁৰ আঢ্যৱন্ত পৰিয়ালৰ সকলো সংস্কাৰ তেওঁ মানে। বছেৰেকত বাৰ মাহৰ তেৰ পৰ্ব হয়, আৰু প্ৰত্যেকটি সকামতে পূৰ্বাপৰ ৰীতিমতে হেৰফেৰ নকৰাকৈ প্ৰত্যেকটো উৎসৱ পাতে। মাকৰো ধৃতি-নীতিৰ জ্ঞান খুব বেছি। প্ৰাচীন পবিত্ৰতাৰ পৰিবেশত তেওঁলোকৰ জীৱন নিৰবিচ্ছিন্ন ভাৱে চলি আছে, আৰু মৰাৰ দিনলৈকে চলিব। ককায়েক আছে বিলাতত; চৰকাৰী খৰচত উচ্চ শিক্ষা লাভ কৰিবলৈ গৈছে। নবৌৱেক কিছুদিন আহি শহুৰ-শাহুৰ লগত আছিলহি আৰু ধৃতি-নীতিৰ হেঁচাত নে আন কিবা কাৰণত শিলঙৰ মাকৰ ঘৰলৈ যাবলৈ বাধ্য হ'ল। এতিয়া তাত তেওঁ শিলঙত



বেচ সুখেৰেই কাল কটাইছে। এটা লৰাবো মাক হৈছে কেইদিনমানৰ আগতে।

অলিয়ে বাপেক-মাকৰ লগত থাকিব পাৰিব, কিন্তু মন হলে অশান্তিৰে ভৰি থাকিব। মনত অবৈধ প্ৰেমৰ গুৰুভাৰ বৈ আৰু ডিগবইৰ চাহাবী জীৱনত লাভ কৰা নতুন জীৱন-যাত্ৰা-পদ্ধতিৰ সোৱাদ পাই গৈ জীয়ৰীকালৰ সেই শান্ত আৰু অবদমিত জীৱনৰ জিঞ্জিৰি ভৰিত পিন্ধি লোৱা তাইৰ পক্ষে টান হ'ব। সন্ধিয়া গোসাইঘৰত চাকি দিবলৈ তাই পাহৰি গৈছে, কাৰণ সন্ধিয়া সাধাৰণতে তাই ক্লাবত কটাবলগীয়া হয়। ক্লাবত দেৱতাৰ প্ৰবেশ নাই, আছে মানুহৰ। প্ৰাচীন হিন্দু ধৰ্মবিধি তাত অচল। বাপেক-মাকৰ পৰা ইন্দ্ৰিয়-সংযমৰ যি শিক্ষা পাইছিল, ডিগবইৰ জীৱনত তাক অনাৱশ্যকীয় বুলি বিবেচিত হ'ল আৰু কালক্ৰমত অলিৰ ঋজু চিত্ত চপল আৰু দুৰ্নিবাৰ হৈ পৰিল। লাহে লাহে অলিয়ে সমুখত দেখা পালে এখনি বন্ধন-মুক্ত তৃষ্ণা-নগৰী। যি সুখ এই দেশৰ ধনবান আৰু ক্ষমতাবান সকলে ভোগ কৰিছে সেই সুখ পাবৰ বাবে অলি ব্যাকুল হৈ পৰিল। নলিনে অলিক সেই তৃষ্ণা নগৰীৰ পাৰ-পত্ৰ দিলে। পাৰ্টি বিলাকত লাহে লাহে অলিয়ে নলিনতকৈ বেছি সুৰাপান কৰিব পৰা হ'ল আৰু বেছি মুকলিকৈ নাচিবলৈ সমৰ্থ হ'ল। কাষৰত গোপনে জোপ লৈ থকা মদনে এইবাৰ সুযোগ পাই কাম-শৰ হানিলে অলিৰ চিত্তত। নলিনৰ লগত অলিৰ যি ভালপোৱা গঢ়ি উঠিছিল সেই ভালপোৱা আছিল সহজ সংযত সাংসাৰিক প্ৰেম। সকলো আচৰণ আৰু কথাৰে তাত সীমা বান্ধি দিয়া আছিল। ডিগবইত সেই সীমাৰ বান্ধোন নলিনেই খুলি দি তাইক এখন অফিচাৰৰ 'কচমপলিটান' সমাজত প্ৰবেশ-পত্ৰ দিলে। ক্ষুদ্ৰ গণ্ডীৰ মাজত সেই সমাজত আটাইতকৈ অধিক অবাধ সংসৰ্গৰ সুযোগ আছে। বিলাতৰ কৰ্তাসকলে সেই সমাজৰ গঢ় দিছে; ভাৰতীয় কৰ্মচাৰীসকল আৰু তেওঁলোকৰ পত্নীবৰ্গ ই কৰ্তাসকলৰ ৰুচিমতে আৰু নিজৰ অভিৰুচিমতে এখন ইঙ্গ-ভাৰতীয়

সমাজ গঢ় দিছে। সেই সমাজৰ সদস্যসকল কাৰিকৰ আৰু আমোলা। বাহিৰত তেওঁলোক কৰ্তাসকলৰ বাধ্য আৰু নিয়মৰ দাস; অন্তৰত কিন্তু ভয়ানক অবাধ্য আৰু চঞ্চল। অতিৰিক্ত মদ পান, মুক্ত প্ৰেম আৰু দূৰ-ভ্ৰমণ এইবোৰেই হ'ল তেওঁলোকৰ বিকৃত মুক্তি সাধনাৰ মাৰ্গ। তাতো তেওঁলোক অসুখী।

খুব সহজ ঘটনা। অলিয়ে সেনগুপ্তক ভাল পাইছে। এই সাময়িক মোহ দুদিন থাকি গুচি যোৱা হ'লে একো কথা নাছিল, তাৰ ফলত নলিনৰ কোনো ক্ষতি নহয় আৰু সমাজতো কোনো অলঙ্ঘনীয় সমস্যাৰ সৃষ্টি নহয়। নৰ-নাৰী ইয়াত দেউতাকহঁতৰ সমাজতকৈ বেছি সহনশীল আৰু উদাৰ। কোনোবাই কাৰোবাক চুমা খোৱা বা দেহ স্পৰ্শ কৰাটো অপৰাধ নহয়। কিন্তু তত্ৰাচ এই মুক্ত আচৰণৰো সীমা আছে। অলিয়ে সেই সীমা অতিক্ৰম কৰিছে বুলি ডিগবইৰ এই সমাজখনৰ দৃঢ় বিশ্বাস হৈছে। আনকি বুঢ়া ডাক্তৰ কাকতিয়ে দুয়োকো মাতি নি সংযত হ'বলৈ উপদেশ দিছে। সেনগুপ্ত ডঙুৰা গতিকে তেওঁ বু-বু-বা-বাবোৰ হৃষ্টচিত্তে গ্ৰহণ কৰিছে। কিন্তু অলিয়ে পৰা নাই। তাই বিবেকী, নলিনৰ সামাজিক সন্মান তাই লাঘৱ কৰিব নোৱাৰে বিবেকৰ দাবীত। তদুপৰি পলাশৰ ভৱিষ্যত এটাও আছে। মাকৰ কলঙ্ক প্ৰচাৰ হ'লে পুতেকৰ মানসিক বিকাশত বাধা পৰিব পাৰে। পলাশে মাকৰ প্ৰতি শ্ৰদ্ধা হেৰুৱাব পাৰে আৰু তাৰ ফলত সি মানুহৰ প্ৰতি শ্ৰদ্ধা হেৰুৱাই নিজে উচ্ছৃঙ্খল হৈ উঠিব পাৰে। এইবোৰ তাই নিবিচাৰে। সেনগুপ্তক তাই পৰিহাৰ কৰিবলৈ বিচাৰে। কিন্তু নোৱাৰে। তেওঁক লগ পালে তাই সকলো পাহৰি যায়। নিজৰ বিবেককো। সেই কাৰণে এই নিৰ্বাসনৰ আয়োজন হৈছে। হয়, এই নিৰ্বাসন তাইৰ বাবে এটা পৰম প্ৰয়োজন হৈ পৰিছে।

বাপেক-মাকৰ ঘৰতো তাইৰ শান্তি নহ'ব। বোধহয় এই নতুন ভাল-পোৱাৰ বেদনা-ভাবে তাইৰ মন সদায় অন্তৰ্বেদনাৰে ভৰপুৰ কৰি ৰাখিব, কিন্তু বাহিৰত তাইৰ পৰিচয় হ'ব নলিনৰ পত্নী আৰু পলাশৰ মাক বুলি। বিশ্বত সেয়ে তাইৰ পৰিচয়; কিন্তু সেই পৰিচয় নিশ্চিহ্ন কৰি দিবলৈ যেন কোনোবাই মনে মনে ষড়যন্ত্ৰ কৰিছে। সেইজন যেন নিষ্ঠুৰ বিধাতা। সাংসাৰিক সংযমবোধ ধ্বংস কৰিবৰ বাবেই যেন বিধাতাই তাইৰ প্ৰাণত দিছে অপৰিসীম ভালবাসাৰ ক্ষুধা। কিয় তাই নেজানে।

এই অন্তৰ আৰু বাহিৰৰ প্ৰেমৰ সংঘৰ্ষত খণ্ড-বিখণ্ড প্ৰাণে শেষত বিজ্ঞ গিৰিয়েকৰ পৰামৰ্শকে উচিত বিবেচনা কৰিলে। তাইৰ প্ৰাণ নিৰ্বাসনদণ্ডৰ বাবে প্ৰস্তুত হ'ল।

ডাঃ কাকতিয়ে তাইক বুজালে অকল পৌৰাণিক সীতাই নহয় আধুনিক সীতাসকলেও কলঙ্ক-মোচনৰ বাবে অগ্নি পৰীক্ষা আৰু নিৰ্বাসন দণ্ড লব লাগে। সেই দণ্ড নিৰ্বিবাদে গ্ৰহণ কৰি তাই যাত্ৰাৰ বাবে সাজু হ'ল।

যাত্ৰাৰ দিন ঠিক হ'ল পূজাৰ লগে লগে।

যাত্ৰাৰ দিনা তাই কেৱল এখন বিচনা আৰু এটা চুটকেতে কাপোৰ কানি লৈ যাবলৈ ওলালে। নলিনীয়ে ছুটি লৈ তাইক লৈ যাবলৈ প্ৰস্তুত হ'ল।

বাহিৰত তাই বৈ আছে। প্ৰশস্ত কাঠৰ বঙলাৰ বাৰান্দাৰ দাঁতিত ৰখা টাব্‌বোৰত ফুলিছে কেইবাবিধো নতুন ফুল। সেই ফুলবোৰ তাই সযতনে তুলিছিল। এজোপা আছিল ৰঙা গোলাপ আৰু এজোপা আছিল ডেলহিয়া। দুয়ো জোপাতো একোটাকৈ ফুল ফুলিছিল। তাই ডেলিয়া ফুলপাই হাতেৰে লাৰিচাৰি মৰম কৰি বিদায় লওতে হঠাতে চকুপানী ওলাল।

বাহিৰত এজোপা পাইনে জাৰকালি সৰা বৰষুণৰ কোমল টোপালত গা ধুইছিল। উদাস মনেৰে এজাক বগলী আকাশেদি উৰি গৈছিল। বঙলাৰ বাৰীৰ শেষ প্ৰান্তৰত পোন হৈ প্ৰহৰীৰ দৰে থিয় হৈ আছিল এজোপা নাহৰ। নলিনে সযত্নে কৰা শাকনিবাৰীত পালেং আৰু মূলা গছবোৰ জীৱন্ত হৈ চিকমিকাই উঠিছিল। কেউফালে সেউজ।

সময় হৈ গ'ল। তথাপি নলিনৰ দেখাদেখি নাই। তাই অতীষ্ট হৈ উঠিল। এক মূহূৰ্ত্তও আৰু বৈ থাকিবৰ মন যোৱা নাই।

হঠাতে গেটেদি সোমাই আহিল এখন মটৰ। শব্দ শুনি অলিৰ হৃদ্-কম্পন হ'ল। এই সময়ত কিয় ওলালহি তেওঁ? তাইতো লিখি দিছিল দেখা কৰিবৰ সময় নাই বুলি।

ধৈৰ্য্য ধৰি তাই ৰ'ল। সেনগুপ্ত সোমাই আহিল। ওখপাখ বগা ধুনীয়া মানুহ। মুখখন পকা বেলৰ দৰে ৰঙচুৱা, মূৰটো জোখাৰে ডাঙৰ। চকু কেইটা আঁউসী নিশাৰ তৰাৰ দৰে উজ্জ্বল। পিন্ধনত এটা টেৰেলিন বুচ চার্ট আৰু দীঘল পেণ্ট।

তাই হাঁহি মাৰি তেওঁক বহিবলৈ দিলে, কিন্তু নিজে কোনো কথা ক'ব নোৱাৰিলে। ডিঙিটোত যেন কিহবাই কথা বন্ধ কৰি দিছে।

সেনগুপ্তৰ মুখখন শে'তা, চুলিকোচা বিবৰ্ণ।

বহুত পৰ দুয়ো নিমাতে ৰ'ল।

শেষত নীৰবতা অসহ্য হ'লত অলিয়ে ক'লে—তুমি কিয় আহিলা?

সেনগুপ্তই নীৰবে এখন মহুয়া পুথি উলিয়াই দি ক'লে 'এইখন দিবলৈ আহিলোঁ।' কিতাপখন দিয়াৰ লগে লগে খুব শান্ত স্বৰে তেওঁ গালে—

তোমাৰে যা দিয়েছিনু সে
তোমাৰি দান—
গ্ৰহণ কৰেছ যত ঋণী তত কৰেছ আমায়
হে বন্ধু বিদায়।

অলিয়ে কিতাপখন গ্ৰহণ কৰি কৰযোৰে প্ৰণাম কৰিলে। অন্তৰ ভাগি পৰিব খুজিছিল, কোনো ৰকম ৰখালে। তাৰ পিচত মুখামুখিকৈ এখন চকীত বহি মহুয়াৰ পাত লুটিয়ালে। প্ৰথম পাতত লেখা তাতে শুদ্ধ অসমীয়াত—'ব্যৰ্থতাৰ দান'—অলিলৈ। তলত আছে বিজন সেনগুপ্ত।



অলিয়ে নীৰবে পাতটি লুটিয়ালে। তাৰ পিচত কলে, কি 'বিচাৰিছিলা তাকতো এদিনো খুলি নকলে।'

'তাকতো মই নিজেই নাজানো।'

বিজন ৰোমাণ্টিক, কোনো কামৰ পৰিণাম ভাবিব পৰা শক্তি তাৰ হোৱা নাই। অলিয়ে বিজনক ভালকৈ চিনি পাইছে। তেওঁ অন্তৰ্ধৰ্ম্মী, অলপতে বুকুত বেদনা উথলে, অলপ কথা পাতিলেই সংকুচিত হয়, অলপ পৰ অলিৰ মুখলৈ চাই থাকিলেই ৰঙা-চঙা পৰে। ঠিক লাজুকো নহয়, কেতিয়াবা চকুৱে-মুখে ফুটি উঠে এটা নগ্ন কামনাৰ ৰূপ। কেতিয়াবা কোনো অনুকূল মুহূৰ্তত অলিক সি সাবটি লবলৈ বিচাৰে, কিন্তু নিৰ্জনতাতো যেন সি কাৰোবাৰ উপস্থিতি অনুভৱ কৰে। সিহঁতৰ আদান-প্ৰদান যথেষ্ট অন্তৰঙ্গ হৈ পৰিছে, কিন্তু কোনো কালেই বিজনে তাইক সম্পূৰ্ণভাবে বিচৰা নাই। নহলে হয়তো অত দিনে সিহঁতৰ সম্পৰ্ক আৰু ঐশ্বৰ্য্যময় আৰু সম্পূৰ্ণ হ'লহেঁতেন। কেতিয়াবা ক্লাবৰ নিভৃতত, কেতিয়াবা নাচৰ বিভোৰতাত, কেতিয়াবা কোনো মটৰ যাত্ৰাৰ নিৰ্জন উত্তেজনাত, কেতিয়াবা কোনো পিকনিকৰ বন্য গোপনীয়তাত অলিয়ে সেনগুপ্তৰ পৰা আৰু বেছি 'মুনিষাই' বিচাৰিছিল, কিন্তু সেনগুপ্ত তাতো লাজুকা। সেনগুপ্তই তাইৰ পৰা বিচাৰিছিলে কি তাই তাক স্পষ্টভাৱে আজিও কব নোৱাৰে।

বিদায় লবৰ পৰলৈকে সেই কথা জনা নহল। অলিয়ে ক'লে "তুমি কবি, সেইবাবে সকলো কথা ৰহস্যময় কৰি ৰাখা।"

সেনগুপ্ত হঠাতে উত্তেজিত হৈ উঠি ক'লে, "অলি……"

কিবা এটা ক'ব খুজি সি ক'ব নোৱাৰা হ'ল।

অলিয়ে মন কৰিলে সেনগুপ্তৰ চকুত এটা ক্ষুধা ফুটি উঠিছে, সেই ক্ষুধা কি তাই চিনি পায়। অনেক পুৰুষৰ চকুতে তাই সেই ক্ষুধা দেখিছে; তাই মিচিককৈ হাঁহি কলে 'উঠিলা কিয়?'

'মানে—'

সেনগুপ্তই ঘপ কৰে আঁঠুকাঢ়ি অলিৰ হাতখন ধৰি ক'লে, "মই তোমাক বিচাৰো, একান্তভাৱে, একেবাৰে মোৰ কৰি।"

অলিয়ে হাতখন এৰুৱাই নিনিলে, কিন্তু ক'লে "তুমি কি বিচাৰা খুলি কোৱা।"

বিজনে অলিৰ হাতখনত এটা চুমা খালে, তাৰ পিচত সি ৰুদ্ধবাক্ হৈ এটা নিৰ্বাক জন্তুৰ দৰে তাইৰ মুখলৈ চাই ৰ'ল। এইবাৰ অলিয়ে বুজি পালে যে বিজন অক্ষম।

তাই লাহে লাহে ক'লে, "তুমি দেৱতা।" এই বুলি তাই তাৰ চুলিবোৰত হাত ফুৰাই ফুৰাই কিছুপৰ তাক নিচুকালে। সেনগুপ্তই অলপ পৰ নিতাল মাৰি ৰ'ল। চকু কেইটা মুদি সি বুজালে যে সি অলিৰ ওচৰত পৰম কৃতজ্ঞ।

হঠাতে ফোনৰ ৰিং বাজিল।

অলিয়ে ঘপ্ কৰি উঠি গ'ল। সেনগুপ্তই নিজকে চম্ভালি পুনৰ চকীত বহিল। দেহত কামনা-তৰঙ্গ তেতিয়াও শাঁত পৰা নাই, নিজৰ অক্ষমতাৰ বাবে নিজৰ ওপৰত অসন্তুষ্ট হৈছে। ৰুমালখনেৰে মুখখন মচি সি প্ৰশস্ত বাৰান্দাত খোজ কাঢ়ি কাঢ়ি ৰবিঠাকুৰৰ গানৰ কলি এটা গুণগুণাবলৈ ধৰিলে:

একদা বিজনে যুগল তৰুৰ মূলে
তৃষ্ণাৰ জল তুমি দিয়েছিলে তুলে
আৰ কোনোখানে ছায়া নাহি দেখি
শুধালেম কাছে বসিতে দিবে কি?
সেদিন তোমাৰ ঘৰে ফিৰিবাৰ বেলা
বহে গেল বুঝি, কাজে হয়ে গেল হেলা।

ফোন কৰি আহি অলিয়ে ক'লে "বৰ বেয়া খবৰ বিজন।"

"কি?"

"ডাঃ কাকতি ঢুকালে। নলিনে ফোন কৰিছে।"

"তাতকৈও বেয়া খবৰ—আমাৰ বিচ্ছেদ।" বিজনে ক'লে।



অলি অলপ বিৰক্ত হ'ল, ক'লে, "আমি অন্ততঃ মৰা নাই বিজন। ডাঃ কাকতি মৰিল।"

বিজনে যেন অলিৰ কথাবোৰ একো নুবুজিলে। সি চকু মেলি একেথৰে অলিলৈ চাই ৰ'ল।

অলি বিস্মিত আৰু মৰ্মাহত হ'ল। ডাঃ কাকতিৰ মৃত্যুত তাই গভীৰ দুখ পাইছে, কিন্তু বিজনে যেন এতিয়াও সেই মৰণৰ কথা উপলব্ধি কৰিব পৰা নাই। তেওঁৰ চকুৱে-মুখে ফুটি উঠিছে অতৃপ্ত কামনাৰ ৰেখা।

অলিয়ে বিষাদৰ মাজতো হাঁহিলে। তাৰ পিচত ক'লে: তোমাৰ চকু দেখিলে ভাব হয় যেন এটি সৰ্বগ্ৰাসী ৰাহু।

বিজন অলিৰ কাষ চাপি আহি তাইক আকুলভাৱে বুকুৰ মাজত সুমাই ললে। অলি আচৰিত হ'ল। তাই ওলাই আহিব খুজিও নোৱাৰিলে, কিন্তু বিৰক্ত হৈ ক'লে, "তুমি স্থান-কালৰ জ্ঞান হেৰুৱাই পেলাইছা।"

সেনগুপ্তই মুখ টিপি হাঁহিলে। তেওঁ তেতিয়া অবুজ হৈ পৰিছে।

অলিয়ে নিৰুপায় হৈ প্ৰমাদ গণিলে।

তেনেতে তলত মটৰ ৰোৱাৰ শব্দ হ'ল। অলিয়ে বিজনক এক ৰকম ঠেলিয়েই বাহু-বন্ধনৰ পৰা ওলাই উঠি অহা চিৰিৰ কাষলৈ গৈ থিয় হৈ দেখিলে ফুকন আহিছে। ডিগবইৰ বিখ্যাত বনুৱা নেতা ফুকন।

ফুকন চিনিয়ৰ ড্ৰিলাৰ। মানুহজন স্বভাৱতে নিশঙ্ক আৰু একজতীয়া। অলিয়ে তেওঁক দেখি সংযত হ'ল আৰু সুধিলে—ফুকন, লাগে কি?

—এখেত নাই, নহয় নে?

—নাই, ডাঃ কাকতি ঢুকালে তালৈ গৈছে।

ডাঃ কাকতি ঢুকাইছে? মই এইমাত্ৰ ডিব্ৰুগড়ৰ পৰা আহিলোঁ, গম নেপাওঁ। ফুকন একেবাৰে ওপৰলৈ উঠি আহিল চিৰিয়েদি।

হঠাতে ছিনিয়ৰ জিঅ'লজিষ্ট বিজন সেনগুপ্তক দেখি তেওঁ আচৰিত হ'ল আৰু মনে মনে ভাবিলে, "এইটো ইয়াত কিয় ?" তেওঁ দুয়োকো এবাৰ ভালকৈ চাই ল'লে, তাৰ পিচত মেজৰ ওপৰত 'মহুয়া'খন দেখি ভাবিলে দুয়ো কবিতা পঢ়ি আছিল।

ছিনিয়ৰ যদিও সেনগুপ্তৰ ফুকনক দেখি ভয় লাগিল। মানুহটোৰ কথা অসংযত। তেওঁ উপযাচি ক'লে—'ফুকন দেখোন, হ'ল কি ?'

ফুকনে উত্তৰ দিলে—একালে মানুহ মৰিছে আৰু আপোনালোকে কাব্য চৰ্চা কৰিছে।

সেনগুপ্ত নিৰুত্তৰ হ'ল। অলিয়ে ক'লে—এই খবৰ পাই ওলাইছোঁ যাবলৈ। মটৰখন অহা নাই।

—একো কথা নাই। ডিগবই চহৰত অদ্ভুত অদ্ভুত কাণ্ড হয় বুজিছে। এবাৰ এগৰাকী বন্ধুৰ মৃত্যু সংবাদ পাই এজন অফিচাৰ দৌৰি গ'ল খবৰ কৰিবলৈ। কিন্তু ঘৰত তেওঁৰ পতিব্ৰতা পত্নীয়ে বলডেন্স কৰি আছে এজন পাৰ্টনাৰৰ লগত। মই আকৌ ওলালোঁগৈ তেনে সময়তে। দিলোঁ কিবাকিবি শুনাই বুজিছে।—সেনগুপ্তই ভয়ে ভয়ে এবাৰ অলিলৈ চালে। অলি ইতিমধ্যে গম্ভীৰ হৈ গৈছে। ক'লে "আপোনাৰ কি দৰকাৰ আছিল কওক, আন কথা কবৰ সময় নাই।"

—দুৰ্বাই কিবা কৈ গৈছিল নে কি ? মানে—

—চান্দা !

—হয়।

—ওঁ।

অলি ভিতৰলৈ সোমাই গ'ল আৰু কোনো মাত বোল নকৰাকৈ ড্ৰয়াৰৰ পৰা টকা এশ আনি বৰুৱাৰ হাতত দিলেহি।

ফুকন বৰুৱা ওলাই গুচি গ'ল। যাওঁতে কৈ গ'ল—যাওঁ বুজিছে। বৰ গুণী মানুহটো ঢুকাল।

অলিয়ে সেনগুপ্তৰ মুখলৈ চালে। সেনগুপ্ত তেতিয়া নিলাজী বনৰ দৰে জয় পৰি গৈছে।



সেনগুপ্ত হঠাতে উঠিল, তাৰ পিচত অলিৰ মুখামুখিকৈ থিয় হৈ ক'লে—মই যাওঁ, নেজানো আকৌ কেতিয়া দেখা হ'ব। কিন্তু কি কৰি যে থাকিম তাক ভাবি পোৱা নাই।

সব চেয়ে সত্য মোৰ, সেই মৃত্যুঞ্জয়,
সে আমাৰ প্ৰেম।
তাৰে আমি ৰাখিয়া এলেম
অপৰিবৰ্ত্তন অৰ্ঘ্য
তোমাৰ উদ্দেশ্যে।

আবৃত্তিতো কৰোতে ভাগি পৰিব খুজিলে বিজন। যেন সি মৰহা বকুল ফুলৰ মালা। অলিয়ে সেই স্বৰ শুনি বিচলিত হ'ল, গঙ্গা-যমুনাৰ দৰে দুধাৰি বিগলিত অশ্ৰু বৈ আহিল চকুৰ পৰা। তাই খুব লাহে লাহে বিজনক উদ্দেশ্য কৰি গালে—

চিৰকাল ৰবে মোৰ প্ৰেমেৰ কাঙ্গাল
এ কথা বলিতে চাও বোলো।
এই ক্ষণটুকু হোক সেই চিৰকাল
তাৰ পৰে তুমি যদি ভোলো।
মনে কৰাব না আমি শপথ তোমাৰ,
আসা যাওয়া দুদিকেই খোলা ৰবে দ্বাৰ
যাবাৰ সময় হ'লে যেয়ো সহজেই,
আবাৰ আসিতে হয় এসো।
সংশয় যদি ৰয় তাহে ক্ষতি নেই
তবু ভালোবাস যদি বাসো।

সেনগুপ্ত ৰুমাল উলিয়াই অলিৰ চকুপানী মুচি দিলে। অলিয়ে মুগ্ধ হৈ সেই কবিতাৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিলে।

# তিনি

অলি যেতিয়া ডাঃ কাকতিৰ ঘৰ পালেগৈ, তেতিয়া মৰাৰ খবৰ কৰিবলৈ অহা বন্ধু-বান্ধৱী সকল আচৰিত হ'ল। ইতিমধ্যে সেইখন সমাজত অলি এগৰাকী ৰোমান্সৰ নায়িকা ৰূপে অৱতীৰ্ণ হৈছে। বিজনৰ লগত সংশ্ৰৱ আঁতৰাবৰ বাবে যে অলিক ছুৱৰাই ঘৰলৈ পঠিয়াই দিব খুজিছে, সেই কথা ওলাই যোৱাত বহুতে গ'ল বুলিয়েই ভাবিছিল। তেওঁক দেখি বৰুৱানী, শৰ্মাণী, চলিহানী আদি সকলো মহিলা আগবাঢ়ি আহিল, আৰু আথেবেথে "যোৱা বন্ধ হ'ল নেকি" সুধিলে।

মৰাৰ খবৰ কৰিবলৈ আহি জীয়া মানুহৰ যাত্ৰাৰ বাতৰি দিবলৈ অলি প্ৰস্তুত নাছিল। সংক্ষেপে তাই কলে "মোক পঠিয়াবলৈ আপোনালোক সকলোবোৰ দেখোন একমুঠ হৈ লাগিছে। নাই, যোৱাৰ কথা আছিল আজি। ডাক্তৰৰ মৃত্যু হ'ল। গতিকে পিচুৱাব লগা হ'ল।"

অলি ভিতৰলৈ সোমাই গ'ল। শৰ্মাণীয়ে চলিহানীৰ কাণত ফুচ-ফুচাই ক'লে, "মানুহজনী দিনক দিনে গাভৰুহে হৈ গৈছে; দেখিছনে মুখখন। কবিৰ মন হৰণ কৰিব পৰা মুখ।"

খুব লাহে লাহে কথা কৈছিল শৰ্মাণীয়ে। ভিতৰত কাকতিয়নীয়ে ইনাই বিনাই কান্দিছে। ফুকনে চাঙী সাজিছে আৰু তুজনমান মানুহ লৈ। মানুহ আহি আছে, গৈ আছে। সকলোৰে মুখ গম্ভীৰ।

চলিহানীয়ে উত্তৰ দিলে, "হৰণ কৰিবলৈ ক'ত বাকী আছে, কৰিছেই।"

বৰুৱাণীয়ে নিয়মিত ভাৱে অসমীয়া-বঙালী মেগাজিন পঢ়ে, কাজেই তেওঁ ক'লে, "বঙালী মেগাজিনত কিন্তু সেনগুপ্তৰ কবিতা ওলোৱা কতো দেখা নাই, বুজিছা শৈল।"



"তেওঁ দেখোন কয় সেই বুলি"—শৈল চলিহাই ক'লে।

শৰ্মাণীয়ে গম্ভীৰ ভাৱে ক'লে, "কবিতা লিখে, কিন্তু প্ৰকাশ নকৰে।"

"তাৰ মানে খালী এজনৰ বাবে লিখে।"

তেনেতে সেনগুপ্তই সোমাই আহিল। লগত স্বয়ং মেনেজাৰ চাহাব আহিছে আৰু আহিছে তুই এজন উচ্চ পদস্থ অফিচাৰ। সকলোৱেই আছিল ডাঃ কাকতিৰ গুণমুগ্ধ ব্যক্তি।

মেনেজাৰে এধাৰ ডেলিয়া ফুলৰ মালা শৰ ওপৰত দি কাকতিয়নীক তুই এটা কথা কৈ কেই মিনিট মানতে ওলাই আহিল। কেই মিনিট মানৰ ভিতৰতে বাকী কেইজনেও শোক প্ৰকাশ কৰি গ'লগৈ। এইবাৰ লগত ওলাই আহিল নলিন ছুৱৰা। আটাই কেউজনে মাইকী মানুহ কেইগৰাকীৰ কাষেদি যাওঁতে এবাৰ তেওঁলোকক চাই গ'ল।

আটাই কেউজনে কথা-পাতি গৈছিল। মেনেজাৰজন আছিল ইংৰাজ, তেওঁ ইবিলাকৰ লগত ডাঃ কাকতিৰ সমাধি, কাকতিয়নীৰ ভৱিষ্যত আৰু তেওঁৰ গুণাৱলী আদিৰ বিষয়ে কথা কৈ গৈছিল। আনবোৰে শুনি মূৰ তুপিয়াইছিল আৰু মাজে মাজে উত্তৰ দিছিল। কিছুপৰৰ মূৰত ঘাই আলিবাটত মটৰ যোৱাৰ শব্দ হ'ল। অলপ পিচতে উলটি আহিল বিষন্নভাৱে ছুৱৰা। তেওঁৰ খোজবোৰ গহীন আৰু মুখখন বিষণ্ণ।

ছুৱৰা এবাৰ চলিহানীৰ ওচৰত ৰ'ল আৰু ভিতৰলৈ আহিবলৈ অনুৰোধ কৰিলে। কাকতিয়নীৰ অৱস্থা বৰ কাহিল। কান্দোন একেবাৰে বন্ধ হোৱা নাই। চলিহানীয়ে বাকী কেইজনীৰ লগত আলোচনা কৰি যাবলৈ সন্মত হ'ল।

এইবাৰ ছুৱৰা ভিতৰলৈ গ'ল আৰু পিচে পিচে চলিহানীহ'ত গ'ল।

ভিতৰত তেতিয়া শটো দাঙি আনিবৰ বাবে ফুকনহঁতে যো-জা কৰিছে। কাকতিয়নীয়ে হুৰাওৰাৱে বিনাইছে। তেওঁলোকৰ চাকৰ বাবুলিয়ে ইটো সিটো কৰিছে। কাকতিৰ প্ৰভুভক্ত কুকুৰ টমিয়ে বাৰে

বাবে কাকতিৰ কাষলৈ গৈ কু-কুৱাইছে। তাৰ চকুত এধাৰি চকুলো বিৰিঙি পৰিছে।

অলিয়ে কাকতিয়নীক ধৰি আছে। মাইকী মানুহ কেইজনী নিঃসহায়ৰ দৰে তেওঁলোকৰ ওচৰত থিয় দিছে। নাকান্দি কাকতিয়নীয়েনো আৰু কি কৰিব? কৰিবৰ একো উপায় নাই। এইটো ভিৰোতাৰ জীৱনৰ চৰম ঘটনা।

লাহে লাহে শ বাহিৰলৈ নিয়া হ'ল। পুৰোহিতৰ যোগাৰ হৈ আছিল, চিতাৰ লাগতিয়াল সকলো বস্তু ওচৰ চুবুৰীয়া মানুহে গোটাই দিছিল। লাহে লাহে চাঙীত শটো শোৱা বিছনাখনৰে সৈতে বন্ধা হ'ল। কাকতিয়নীয়ে শোকৰ আবেগত কাকতিৰ কেইবাটাও প্ৰিয় বস্তু শৱ লগতে উৎসৰ্গা কৰিলে। তাৰে এটা আছিল কাকতিয়ে ব্যৱহাৰ কৰা তেওঁৰ চিগাৰেট কেছটো। কাকতিয়নীয়ে ফুলনিৰ পৰা কাকতিৰ সকলোবোৰ প্ৰিয় ফুল অনাই তেওঁৰ ভৰিত অঞ্জলি দি শেষবাৰৰ বাবে বিদায় মাগিলে। কিন্তু সেৱা কৰোতে ভৰিটো ইমান জোৰে হেঁচা মাৰি ধৰিলে যে শেহত নলিন আৰু অলিয়ে এক ৰকম বল প্ৰয়োগ কৰিহে তেওঁক এৰুৱাই আনিলে।

কাকতিয়নীক অলি আৰু চলিহানীহঁতে ভিতৰলৈ লৈ গ'ল আৰু শুৱাই দিলে।

বাহিৰত 'ৰাম হৰি বোলা' কৰি চাঙী কান্ধত লোৱা হ'ল। চাৰিজন কান্ধভাৰীৰ ভিতৰত আছিল নলিন আৰু ফুকন। সংসাৰৰ পৰা ডাঃ কাকতিক বিদায় দিবৰ বাবে কোম্পানীৰ বিশ্বস্ত অফিচাৰ দুৱৰা আৰু ইউনিয়নৰ নেতা ফুকন দুয়ো চাঙীৰ তলত লগ লাগিল। এই দৃশ্য দেখি সকলোৱে মুগ্ধ হ'ল আৰু আপোন ইচ্ছাৰে শৱ যাত্ৰাৰ লগত যোগ দি শ্মশানলৈ যাত্ৰা কৰিলে।

ভিতৰৰ মাইকী মানুহখিনিয়ে কাকতিয়নীক বিচনাত শুৱাই দি কেইকাষে কিছুপৰ শিলৰ মূৰ্তিৰ দৰে বহি ৰ'ল। বিননি লাহে লাহে কমি আহিল আৰু কাকতিয়নীয়ে থাকি থাকি উচুপিবলৈ ধৰিলে।



চলিহানী বাহিৰলৈ ওলাই গ'ল। তেওঁৰ পিচতে শৰ্মানী আৰু বৰুৱানী গ'ল। তেওঁলোক সকলোৱে অন্তৰ অস্থিৰ হৈ পৰিছে। ডাঃ কাকতি আছিল বৰ উদাৰ ডাক্তৰ। পৰিয়াল নিয়ন্ত্ৰণৰ উপদেশ বিচাৰি আটাইকেউজনীয়েই ডাঃ কাকতিৰ কাষ চাপিছিল। ডাঃ কাকতিয়ে নিজৰ জীয়েকৰ দৰে তেওঁলোকক উপদেশ দিছিল। তেওঁলোকেও অতি গোপন কথা ডাঃ কাকতিক ক'ব পাৰিছিল। সেই বিলাকৰ স্মৃতিয়ে তেওঁলোকক পীড়ন কৰিছিল, কিন্তু কাকতিয়নীৰ ওচৰত বহি থাকিব পৰা ধৈৰ্য্য তেওঁলোকৰ নাছিল। আটাই কেউজনীয়ে বাহিৰৰ নিৰ্জন লনত উশাহ লৈ ঘৰটোৰ শূন্যতা অনুভৱ কৰিলে।

চলিহানীয়ে ক'লে, "কাকতিৰ কোনো আপোন মানুহ নাই বুজিছা। মুখাগ্নি কৰিব বন্ধুৰ পুতেক দুৱৰাই।"

"কাকতিৰ আপোন মানুহ নাই যি নাই, লৰালুৰিও নাই।" শৰ্মানীয়ে ক'লে।

"কিয় বাবু?" বৰুৱানীয়ে সুধিলে।

"মই নেজানো। আমাৰ তেখেতে কোৱা মতে তেখেতসকলৰ বংশতে বোলে এটা দোষ আছে।"

কাৰো মুখত কথা নোলাল।

শৰ্মা, কাকতি আৰু দুৱৰা তিনিও প্ৰায় একে জেগাৰে মানুহ। এজনে আনজনৰ পাৰিবাৰিক বুৰঞ্জী জানে। কাকতিহঁতৰ দাম্পত্য জীৱন নিষ্ফল হোৱা দেখি কাকতিয়নীয়ে নিজেই এদিন কাকতিক দ্বিতীয় বিবাহ কৰিবলৈ কৈছিল। কিন্তু কাকতিয়ে তেতিয়া তেওঁ-লোকৰ বংশৰ ঐতিহ্যৰ কথা ক'লে। তেওঁলোকৰ বংশ প্ৰায় শেষ হৈ আহিছে। পূৰ্বতে বোলে কোনোবা গোসাঁইঘৰৰ অভিশাপ আছিল। ডাঃ কাকতিয়ে বোলে এইবোৰ পুৰণি কথা বিশ্বাস নকৰিছিল। সেই কাৰণে তেওঁ নিজৰ পৌৰুষৰ পৰীক্ষা কৰিছিল, নানান গবেষণাও কৰিলে আজীৱন। নিজৰ ওপৰত অবাধে পৰীক্ষাও কৰিলে। সেই পৰীক্ষাবোৰ সকলোৱে অজ্ঞাত, শুনা যায় যে সেইবোৰ তেওঁ ঘৰতে

ৰাখি থৈ গৈছে, কিছুমানে কয় সেইবোৰ তেওঁ ভাৰতীয় মেডিকেল এছোচিয়েনক দি গৈছে। সম্ভৱতঃ সেইবোৰ গবেষণাৰ বিষয় আছিল বন্ধ্যাত্বৰ কাৰণ। লগে লগে তেওঁ বহুত প্ৰবন্ধ লিখিছিল। সাংখ্যদৰ্শন, মনস্তত্ব, মৰণোত্তৰ জীৱন সম্পৰ্কেও তেওঁৰ লিখা প্ৰবন্ধ আছিল। তেওঁ বিশ্বাস কৰিছিল যে পুনৰ্জন্ম মানুহৰ আছে। তেওঁ কাকতিয়নীৰ আগত কৈ গৈছিল বোলে তেওঁলোক আকৌ ইটো জনমত লগালগি হ'ব।

আটাইবোৰে এই কথা জানে, কিন্তু কোনেও সেইবোৰৰ মূল্য কি বিচাৰ কৰি চোৱা নাই।

বাহিৰত জাব পেলোৱাৰ উপক্ৰম কৰিছিল আৰু দূৰৰ গছবোৰত ভাহি উঠিল এক বিষণ্ণ মৌনতা। ডিগবই চহৰ সদায় দুৰ্বোধ্য। দেখাত সদায় ই আনন্দত মতলীয়া আৰু কৰ্তব্যত পাগল। কিন্তু কিবা এটা গভীৰ বিষাদে যেন ইয়াক খুলি খুলি খাইছে।

শৰ্মানাইঁত কিছুপৰ বাহিৰত বৈ তাৰ পিচত লাহে লাহে যাবৰ উপক্ৰম কৰিলে। শূন্য ঘৰত বেছি পৰ ৰ'বৰ বাবে কাৰো উৎসাহ নেথাকে। কাকতিয়নীৰ টোপনি অহা খবৰ পাই তেওঁলোক গুচি গ'ল। কেৱল অলি থাকিল।

অলিয়ে নিস্তব্ধ ডুপৰীয়া ডাঃ কাকতিৰ ষ্টাডি ৰুমত সোমাল। ৰুমটোত কেউ কাষে বিৰাট বিৰাট কিছুমান কিতাপ সজোৱা আছে থাকত। কিতাপৰ লেখ নাই। মেডিকেল কিতাপৰ পৰা অসমীয়া উপন্যাসলৈকে সকলো পুথি আছে। সিহঁতে এতিয়াও গৰাকীৰ বিৰহ অনুভৱ কৰিব পৰা নাই। অলিয়ে আলমাৰিৰ চাবিকোচা টেবুলত পৰি থকা দেখি আলমাৰিটো খুলিলে আৰু তাৰ মাজত দেখিলে অসংখ্য সিচৰিত কাগজ-পত্ৰ। বোধহয় কাকতিৰ লেখাবোৰ তাত আছে। মানুহে কয় সেইবোৰ মূল্যবান।

অলিয়ে খুব সাৱধানেৰে কাগজ-পত্ৰবোৰ চালে। বেছি ভাগেই মেডিকেল পেপাৰ। সেইবিলাক তাই আঁতৰাই থ'লে। কিছুমান প্ৰবন্ধ পালে,—সৰল অসমীয়াত লিখা। "বন্ধ্যাত্বৰ কাৰণ" এটা



প্ৰবন্ধৰ নাম। আন এটা প্ৰবন্ধৰ নাম "সন্তান জন্ম-দানত পিতৃগ্ৰন্থি আৰু মাতৃগ্ৰন্থিৰ কাম।" কাগজসোপাৰ মাজত এটা প্ৰবন্ধৰ নাম আছিল "মোৰ নিজৰ বন্ধ্যাত্বৰ বিষয়ে"। অলিয়ে কাগজখন উলিয়াই আনি পঢ়িলে। তাত এইবুলি লিখা আছিল, "বহুত ধৰণৰ পৰীক্ষা কৰিলোঁ, কিন্তু কিয় যে মোৰ পুংবীজ অক্ষম তাৰ কোনো যুক্তিসংগত কাৰণ বিচাৰি নেপালো। দৈহিক গঠনত কোনো দোষ নাই। মোৰ পত্নী কাকলিৰ দৈহিক গঠন ভাল। মাজে মাজে ভাব হয় দৈহিক কাৰণত এনে হৈছে। কত মতা-তিৰোতাৰ বন্ধ্যাত্ব গুচালো, কিন্তু নিজৰ বন্ধ্যাত্ব গুচাব নোৱাৰিলো। তেজত কিবা দোষ আছে বুলি সন্দেহ হৈছিল, কিন্তু এই সন্দেহ গুচিল পৰীক্ষাত তেজৰ ক্ষমতা পূৰা আছে। মাজে মাজে ভাবো 'ই' ভিটামিনৰ অভাৱেই এনে কৰিছে। কিন্তু মিছা। ভিটামিন খাই একো কৰিব নোৱাৰিলো। মই বহুত কথা জানো, কিন্তু মোৰ জীৱন আৰু কাকলিৰ জীৱন ব্যৰ্থ কৰাৰ ঘাই কাৰণটো নেজানো। বয়স হৈ আহিছে মানে অনুভৱ কৰিছো পিতৃত্বই অমৰত্বৰ আচল স্বৰূপ। মই মৰাৰ লগে লগে একেবাৰে মৰিম। আনবোৰ থাকিব, কাৰণ সন্তানবোৰ থাকিব। কেতিয়াবা আকৌ পুনৰ জনম পামনে?"

বোধহয় বৰ বিষণ্ণক্ষণত লেখা এইবোৰ কথা। অলিয়ে হুমুনিয়াহ পেলাই কাগজখন যথাস্থানত থৈ দিলে। কিছুপৰৰ পিচত আকৌ তাই আন এখন কাগজ পালে। তাত লিখিছে, "...কাকলিয়ে আকৌ বিয়া কৰাব পাৰিলেহেঁতেন। মোৰ বাবে তেওঁ কিয় এইদৰে যাতনা ভুগিছে। মাজে মাজে তেওঁৰ হিষ্টিৰিয়া হয়। কাৰণটো বুজি পাওঁ। ..আৰু কিয় তেওঁ আন পুৰুষৰ ওচৰত সন্তান-ভিক্ষা নকৰে......'পাপ হ'ব? ...পাপ কি? ...এটা মনৰ ভুল। সম্ভৱতঃ ই অসততা। অক্ষম হলেও মই স্বামী। সংসাৰে এনে ব্যভিচাৰ সহ্য নকৰিব। ময়ো ভাল নেপাম।......হৃদয়াৰ লৰাটো কলেজত পঢ়ি আহিছে ডিগবইত চাকৰি লবলৈ। সেইদিনা কাকলিৰ মন ভাগি গৈছিল।

তেনে এটা লৰা আমাৰো থকা হ'লে! হৃদয়া ঢুকাল। যাবৰ সময়ত মোক কৈছিল "তাক চাবি"। চাইছোঁ। তাৰ বিয়াও পাতি দিছোঁ। বৰ স্নুন্দৰ ছোৱালী পাইছে।"...আৰু বকুল। তাইকো মোৰ প্ৰায় ছোৱালীৰ দৰেই ব্যৱহাৰ কৰিছোঁ।"

অলিয়ে দেখিলে আৰু টুকুৰা টুকুৰ কাগজ কেইবাখনো পৰি আছে আলমাৰিটোত।

তাই কাগজকেইখন গোটাই আনিলে। তাৰ পিচত সেই কেইখন লগ লগাই এখন এখনকৈ পঢ়ি গ'ল।

"অলি! অকণমানি পখিলাৰ দৰে ছোৱালীজনী, তাই কেনেকৈ ইমান বিদ্ৰোহিনী হ'ল! বোধহয় ক্লাবে আৰু মদে তেনে কৰিছে। ডিগবইলৈ আহিছে অৰ্থাৎ নৈষ্ঠিকতা এৰি প্ৰথম স্বাধীনতা পালে এনেই হয় মানুহৰ। বিজনক মই জানো। ৰোমাণ্টিক ডেকা। মন এতিয়াও ৰঙীন-সপোনেৰে পূৰ্ণ। নাৰীক দেখে সাগৰৰ তলৰ মাণিকৰ দৰে। ৰোমাণ্টিকসকলে কবিসকলৰ পৰা অবাস্তৱ প্ৰেম শিকে, কিন্তু তেওঁ-লোকে যদি ডাক্তৰসকলৰ কাষ চাপে তেন্তে বুজিব নাৰীৰ ঘাই সমস্যা হৈছে জৰায়ু—তেওঁলোকৰ সকলো প্ৰেমৰ জন্ম সেই তাতেই। অলিয়ে দুদিনৰ পিচত বুজিব তাইৰ ভুল। বুজিব সময়ৰ চকুত বিজন হ'ল অপ্সৰী-সূতা আৰু নলিন হ'ল স্থলপদ্ম।"

আৰু পঢ়িবলৈ ধৈৰ্য্য নহল অলিৰ। কাগজবোৰ যথাস্থানত থৈ তাই আলমাৰি বন্ধ কৰিলে আৰু গৈ পদু শিঙৰ ওপৰত থকা ডাঃ কাকতিৰ পূৰ্ণ দেহৰ ছবিখনৰ কাষত থিয় হ'ল। তাই বুজিব নোৱাৰিলে কাকতিৰ ভৱিষ্যদ্বাণী ফলিয়ায় নে নফলিয়ায়।

হঠাতে অদূৰত পদশব্দ হ'ল। ঘূৰি চাই অলিয়ে দেখিলে কাকলি কাকতিক।

—আমৈ।

কাকলি কাকতি লাহে লাহে তাইৰ কাষলৈ আহিল আৰু ক'লে —তই আছ। গলিগৈ বুলি বৰ ভয় লাগিছিল। তই মোক এৰি



নেযাবি। তহঁতৰ বাহিৰে মোৰ আৰু কোনো নাই। এই বুকুখন একেবাৰে সুদা। কালিও তেখেতে তহঁতৰ কথা কৈছিল। কৈছিল "মই গ'লে সিহঁতক নিজৰ পো-জীয়ৰীৰ দৰে চাবা। অলিক ক'বা তাই যেন ভুল নকৰে। তাইক মই জানো তাই ভুল নকৰে।" আই অ', তই তেখেতৰ কথা নেপেলাবি—

চকুপানী ওলাই আহিল কাকলি দেৱীৰ। তেওঁ অলিক কাষলৈ চপাই আনিলে। অলিয়ে কাকতিয়নীৰ বুকুত কাণ দি শুনিলে দ্ৰুত হৃদ্‌কম্পন।

## চাৰি

সন্ধিয়াবেলিকা মটৰ যিটো ঘৰৰ আগত ৰ'লহি, সেইটো ঘৰ অলিৰ দেউতাকৰ বুলি অনুমান নহল অলিৰ। বহুত বছৰ অহা নাই ঘৰলৈ। ককায়েকৰ বিয়াতে অহা। তেতিয়া ঘৰ-দুৱাৰ এনেকুৱা নাছিল। এটা প্ৰকাণ্ড ছকোঠীয়া ঘৰ। সমুখত প্ৰকাণ্ড লন। গেটখন প্ৰকাণ্ড। হৰ্ণ বজোৱাৰ লগে লগে গেট খুলিবলৈ আহিল এটা নেপালী দাৰোৱান। নলিনে ক'লে; "তুমি দেখি চাগৈ আচৰিত হৈছা হয়। এই দহ বছৰৰ ভিতৰতে বহুত পৰিবৰ্তন হৈছে।"

—কেনেকৈ হ'ল ?

—বহুত টকা ক্ষতিপূৰণ পালে। আমাৰ কোম্পানীয়েই দিছে। প্ৰায় পঞ্চাশ হেজাৰৰ ওচৰাওচৰি। তদুপৰি খেতি কৰাইছে। মৰাপাট আৰু ধানৰ।

—এইবোৰ একো খবৰ ৰখা নাই।

নলিনে হাঁহিলে। তাৰ পিচত ক'লে—তুমিতো আজি বহুত দিনৰ মূৰত আহিছা। অৱশ্যে তাৰ বাবে ময়ো দোষৰ ভাগী। মই তোমাক লাহে লাহে ঘৰৰ পৰা আঁতৰাই নিছিলো। তাৰ এতিয়া প্ৰায়শ্চিত্ত কৰিছোঁ।

অলিয়ে ক'লে—ইয়াতনো কি কৰিম তাকে ভাবিছোঁ। খুব বেয়া লাগিব যেন পাওঁ। তুমি আকৌ কেতিয়া আহিবা ?

—যেতিয়াই বিচাৰা।

—অ'—

মটৰ সুমাই নি ভিতৰ পোৱালেগৈ নলিনে। এটা হাৰিকেন লেমৰ পোহৰত দেখিলে হাঁহি মাৰি ঘৰৰ বাৰান্দাত থিয় দি আছে দেউতাক। আগৰ সেই বিৱৰ্ণ সৌম্য চেহেৰা নাই, মুখত এটা কৃতকাৰ্য্য-তাই অনা আত্মসন্তুষ্টিৰ ভাৱ।



—অলি।

—দেউতা।

—আজি কেনেকৈ মনত পৰিল। জোৱায়ো আহিছে হ'ব পায়।

—অ'।

নলিনে গৈ ড্ৰইং ৰুমত বহিলগৈ। অলি ভিতৰলৈ সোমাই গ'ল—মা'ত মাক আছে ত'লৈ।

নলিনে চাহ-তাহ খাই পুনৰ যাবলৈ ওলাল ডিগবইলৈ। পুৱাই কাম পাবগৈ লাগিব গতিকে থাকিব নোৱাৰে।

অলিৰ দেউতাকে বেজাৰ কৰি ক'লে, 'চাকৰি কৰিলে এনেই হয় বোপা। ভাবিছিলো তুই এদিন থাকি খেতি-খোলা চাবা। আমাৰ গাৱঁৰ জেগাবোৰৰো বহুত সলনি হ'ল। যাব খুজিছা বাৰু যোৱা, কিন্তু আকৌ আহিবা।'

অলিয়ে নলিনক গেটৰ মুখৰ অন্ধকাৰত আগবঢ়াই থৈ আহিলগৈ। যাবৰ সময়ত অলিয়ে ক'লে ইয়াত দেখোন পুৰণি বস্তু একো নাই। কেনে লাগে ক'ব নোৱাৰো। পলাশক খবৰটো দিবা।

—বাৰু। আৰু কিবা ক'বানেকি ?

—নাই।

ঘূৰি আহি অলিয়ে দেউতাকৰ লগত ঘৰবোৰ চালে। চ'ৰা ঘৰত তাইৰ এখন সৰুকালৰ আৰু দাদাকৰ বিলাতৰ ছবি এখন আঁৰি থোৱা আছে। দেউতাকে ক'লে—পোনাই এইবাৰ পৰীক্ষা দিব।

—তাৰ চিঠি পোৱা নাই বহুত দিন।

—আমিও পোৱা নাই।

অলিয়ে অবাক হ'ল শুনি—"তেনেহলে কেনেকৈ জানিলা পৰীক্ষা দিব।"

—তাৰ লগৰ লৰা এটা পাইছিলোঁ।

—দাদাই কিমান দিন চিঠি দিয়া নাই ? নবৌ ক'ত আছে ?

—নবৌৱেৰ খিলঙত আছে, মাকৰ ঘৰত। তাকেহে কৈছোঁ। সিহঁতৰ বাবেই অত কষ্ট কৰি ঘৰ-দুৱাৰ কৰিলোঁ! তাইৰ বোলে ভাল নেলাগে ইয়াত থাকি। আৰু লৰাটো ব'মভোলা।

অলিয়ে একো নেমাতিলে। বাপেকৰ লগত একাৰৰ পৰা শোৱনি কোঠা, ভাতখোৱা কোঠা, পাকঘৰ আৰু দাদাকৰ কোঠা সকলোবোৰ তন্ন তন্নকৈ চালে। তাৰ পিচত সুধিলে—দেউতা আপোনাৰ গোঁসাই ঘৰ ক'ত?

প্ৰশ্ন শুনি দেউতাক মনে মনে ৰ'ল কিছুপৰ, তাৰ পিচত ক'লে—আগৰ দৰে আৰু ঈশ্বৰক চিন্তা কৰিবলৈ বৰকৈ সময় নেপাওঁ। তাৰ বাবে কোনো সুকীয়া কোঠা ৰখা নাই। তথাপি চাব যদি দেখুৱাব পাৰো।

সকলো ঘৰৰ শেষত সেই ঘৰটি। পাকঘৰৰ লগ লগা। ঘৰটো শূন্য। ভিতৰ সোমাই অলিয়ে অনুভৱ কৰিলে তাত যেন আগৰ গোঁসাই ঘৰটোৰ শান্তি, পবিত্ৰতা আৰু পৰিবেশ নাই। তাই সুধিলে, —'আজিকালি ইয়াত সন্ধিয়া চাকি দিওঁতে নাম গায়নে নেগায়?

তেনেতে মাক সোমাই আহিল হাতত মাটিৰ চাকি লৈ।

বগা চাদৰ এখন গাৰ ওপৰত পেলাই লৈ মাকে এটুকুৰা ওখ বেদীত আঠুকাঢ়ি আপোন মনে মাটি তেলৰ চাকিটো দিলে, তাৰ পিচত সন্তৰ্পণে সেৱা কৰিলে। যন্ত্ৰৰ দৰে গৈ ডবাত কোব মাৰিলে আৰু তাৰ পিচত লাহে লাহে আহি অলিৰ ওচৰত থিয় হ'লহি।

মাকলৈ চাই অলিয়ে দেখিলে মাকৰ মুখৰ তেজ নাইকিয়া হৈছে। হাহোঁতে মুখৰ দাঁতবোৰ ক'লা হৈ জিলিকে, চকুহালি কিছু তললৈ সোমাইছে; আগৰ দৰে তেওঁ শান্ত, অল্পভাষিণী।

অলিয়ে সুধিলে মাই দেখোন মোক গোঁসাই সেৱা কৰিবলৈ নেমাতিলি।

মাকে বিষণ্ণভাৱে ক'লে—তই জানো এতিয়া গোঁসাই চাকি দিবলৈ ভাল পাবি?



—মা কিবোৰ যে কোৱা!

—নহয় সঁচা কথা কৈছো।

—দেউতাৰেও আগৰ দৰে নামপ্ৰসঙ্গ কৰিবলৈ সময় নেপায় আৰু নবৌৱেৰক দাদাৰকতো এইবোৰ নেলাগেই।

কথাষাৰত অভিমান ফুটি উঠিল মাকৰ।

বাপেকে হাঁহি ক'লে—তই সেৱা কৰিব খুজিছিলি নহয় আই?

চেণ্ডেলজোৰ বাৰান্দাত থৈ লৰালৰিকৈ সোমাই গ'ল অলি, আৰু সন্তৰ্পণে সেৱা কৰিলে বেদীত। কিছু সময় তাই তাতে আঠু লৈ ৰ'ল।

বাপেক সেই সময়তে বাহিৰলৈ ওলাই গ'ল। পিচ দিনাৰ বাবে কেইবাজনীও দাৱনীৰ প্ৰয়োজন, তাকে যোগাৰ কৰিবলৈ তেওঁ ঘূৰা ঘূৰি কৰিব লাগিব। মাক তাতে জীয়েকৰ বাবে ৰ'ল।

অলি ঘূৰি আহি বাপেকক নেদেখি সুধিলে—দেউতা কলৈ গ'ল?

—দেউতাৰৰ জানো কিবা আজৰি আছে। এই টোলখন সজালে পুতেক-বোৱাৰীয়েকৰ বাবে। তাৰ পিচত মাটি লৈ ফাৰ্ম কৰাত লাগিছে। চৰকাৰে সুবিধা দিছে উৎপন্ন বঢ়াবলৈ। ধৰ্ম প্ৰায় বাদ দিয়াৰ নিচিনাই।

অলিয়ে সৰলচিতীয়া মাকৰ মুখলৈ চাই হাঁহিলে। তাৰ পিচত ক'লে,—মা ধৰ্মতকৈ কৰ্ম ডাঙৰ।

মাকে ক'লে এইবোৰ কৰ্ম বোলে নেকি? খালি যেনে তেনে ধন ঘটা। দেউতাৰে এতিয়া ট্ৰেক্টৰ কিনিছে। ফলত আমাৰ খেতিয়কবোৰ একেবাৰে জ্বলি-পকি আছে। ট্ৰেক্টৰেৰে খেতি কৰিলে সিহঁতৰ গতি কি হ'ব?

অলিয়ে অবাক হৈ কথাবোৰ শুনিলে, কিন্তু কথাটোৰ গুৰুত্ব উপলব্ধি নকৰিলে। কাম কৰিবলৈ হ'লে উচ্ছেদ হবই। নতুন পাইপ লাইন বহুৱাওঁতে কিমান মানুহৰ মাটি গ'ল। বৰ্তমান যুগত আগ-বাঢ়িবলৈ হ'লে মানুহৰ কিছু আলৈ-আথানি হ'বই।

তাই একো নকলে। সহানুভূতিৰে মাকৰ দুখৰ কথাবোৰ তাই মন দি শুনি গ'ল। মাকৰ প্ৰধান অভিযোগ হৈছে পুৰণি ঘৰখনৰ শান্তি নষ্ট কৰোঁতা সকলৰ বিৰুদ্ধে। পুতেকে পঢ়ি-শুনি শ্বিলঙৰ ডাঙৰ অফিচাৰৰ ছোৱালী বিয়া কৰালে। এই বিয়াখন হোৱাৰ পাচৰে পৰা ঘৰখনৰ শান্তি নোহোৱা হ'ল। বাপেকৰ মন বেয়া হ'ল। এই সময়তে ওলালহি জোৱায়েক। ক'লে, "দেউতা পাইপ লাইনটো এই পিনেদিয়েই যাব। আপোনাৰ পতিত মাটিবোৰৰ মাজেদি বহুৱাইছে। টকা পাব।" সঁচাসচিকৈয়ে হাতৰ মুঠিলৈ ধন আহিল। পুতেক-বোৱাৰীয়েকক সুধি তাৰে ঘৰ সাজিলে। কিন্তু সিহঁত ঘৰত থাকিবলৈ নাহিল। বৰং ওভোতাই মাক দেউতাকক শ্বিলঙত থাকিবলৈ মাতিলে। বাপেক ৰাজি নহল। তেনেতে পুতেক গ'ল বিলাতলৈ। বোৱাৰীয়েক দুদিনমান শাহুৱেকৰ লগত আছিলহি। কিন্তু সহ্য নোহোৱাত আকৌ শ্বিলঙলৈ গুচি গ'ল। ইফালে বাপেকে ট্ৰেক্টৰ আনিলে। খেতিত হাল বোৱা আধিখোৱা মানুহবোৰ উচ্ছেদ কৰি তাৰ ঠাইত মৈমনচিঙীয়া মুছলমান খেতিয়ক লগালে। ধান-মৰাপাটৰ খেতি উভৈনদী হ'ল। বজাৰত দামো পালে ভাল। পাই মন উঠি গ'ল। এতিয়া বাপেকে সংসাৰৰ সকলো চিন্তা এৰি খেতিত মন দিছে। কিন্তু লাভ হৈছে কি? পুতেক-বোৱাৰীয়েকে লগ এৰিলে। গাৱঁৰ মানুহে টকা-খকুৱা বুলি ঘিণোৱা হ'ল। আগৰ বন্ধু-বান্ধৱবোৰ সঘনাই নাহে। ইপিনে উচ্ছেদ কৰা খেতিয়কবোৰে মাজতে ভয়ানক জুলুম কৰিবলৈ ধৰিলে। প্ৰথমতে দপদপনিও মাৰিছিল। সাধনীৰ পুতেকৰ উচটনিত সিহঁতে মাটি এৰি নিদিও বুলিছিল। কৈছিল নাঙল যাব, মাটি তাৰ। কিন্তু কি হ'ব? দেউতাকো জেদী মানুহ। পুৰণি প্ৰতিপত্তিশালী মানুহ, তাতে প্ৰাক্তন মৌজাদাৰ। পুলিচ অনাই মৈমনচিঙীয়া লগোৱাই দিলে আৰু তাৰ পিচত লাহে লাহে সেই দুখীয়া খেতিয়কবোৰ মনে মনে থাকিল। কেইবাটাও ৰিক্সাৱালা হ'ল। কিছুমান চোৰ-মগনীয়া



হবলৈ বাধ্য হ'ল। দুটামান উঠি গৈ আন ক'ৰবাত বহিলগৈ। এতিয়া গাৱঁৰ কৈৱৰ্ত্ত আৰু আহোম মানুহসকল আমাৰ ঘৰলৈ নাহে। নিজৰ কুলৰ মানুহবোৰ এৰাব নোৱাৰি আহে, সকামে-নিকামে।

মাকে কথা শেষ কৰিলত অলিয়ে সুধিলে,— সাধনীয়ে কি কৰে আজিকালি?

মাকে ক'লে—কি কৰিব আৰু? বাপেক-মাক থাকে মানে ভালেৰে থাকিল। ককায়েকতো দোপাত মদপী হ'ল। সি ভালদৰে খেতিও নকৰে। মাটিবাৰীবোৰ এৰি দি সি চহৰত পিয়ন হলগৈ। নহৈনো কি কৰিব?

স্কুল-কলেজত নপঢ়িলে। গাৱঁৰ ভিতৰত পচুলি সুঙা হ'ল। এতিয়া সাধনী তাতে থাকে। দেউতাৰে লৰাটোক মৰম কৰি ফিজ দিয়ে, পঢ়িছে। কিন্তু তাৰনো কি কোব চাবা? হাইস্কুলৰ অষ্টম শ্ৰেণী পায়েই দেউতাৰৰ বিৰুদ্ধে আধি খোৱা মানুহবোৰক উচটালে, ফলত দেউতাৰেও তাৰ ফিজ বন্ধ কৰি দিলে; পিচেময়েহে জানিবা কৈ-মেলি ফিজ দিয়াইছোঁ। সাধনীজনীলৈ বেয়া লাগে পাই। তাইৰো আগৰ স্বভাৱ নাই।

অলিয়ে সাধনীয়ে একেলগে স্কুললৈ গৈছিল, সৰু কালতে বহুত বছৰ ধৰি দুয়োজনী সখী আছিল। সাধনীক বিয়া কৰাইছিল ডিগবইৰ ট্ৰেড ইউনিয়নিষ্ট ফুকনে। ফুকনে তাইক এৰি দিলে। অদ্ভূত মানুহ ফুকন। সাধনীক ঘৰৰ পৰা খেদাই দি তেওঁ মুছলমান ধৰ্ম গ্ৰহণ কৰিলে। কিয় মুছলমান ধৰ্ম গ্ৰহণ কৰিলে তাক জনা নেযায়। কিছুমানে কয় কোনোবা এজনী মুছলমান ছোৱালী বিয়া কৰাবৰ বাবে তেনে কৰিলে। কিন্তু বহুত বছৰৰ মূৰত আকৌ হিন্দু মিছনে তেওঁক হিন্দু কৰিলে। ফুকনে লৰাটোৰ ভৰণপোষণৰ বাবে কিবা এটা দিম বুলিছিল, কিন্তু অভিমানত সাধনীয়ে তাক নললে। এতিয়া লৰাটোও উদণ্ড, মাকো বিভ্ৰান্ত।

অলিয়ে আৰু একো নুসুধিলে। মাক ভাত ৰান্ধিবলৈ চকুত

সোমাল। তাই মাকৰ কোঠালৈ উভতি গ'ল। কাপোৰ-কানি সলাই চুটকেছৰ পৰা "মন্থৰা" কিতাপখন উলিয়াই লৈ তাই এনেয়ে পাত লুটিয়াবলৈ ধৰিলে। শূন্য ঘৰটো শ্মশানৰ দৰে লাগিল। মাকৰ অনাড়ম্বৰ বিছনাখনত থকা গাৰু এটা বুকুত সুমাই লৈ তাই সেনগুপ্তৰ কথা ভাবিলে। এটা অবান্তৰ জোনাকৰ ৰাতি যেন লাগিল তেওঁৰ স্মৃতি। এই ঘৰত নলিনৰ লগত হোৱা প্ৰথম সাক্ষাতৰ কথা মনত পৰিল। তাৰ পিচত মনত পৰিল হোমৰ কথা। গাওঁ গোটেইখন আহি বিয়াত লাগিছিল। ইয়াত তাইৰ পৰিচয় নলিনৰ পত্নী বুলি। পলাশৰ মাক বুলি। কোনোবা ডাঙৰ অফিচাৰৰ ঘৈণীয়েক বুলি।

কিন্তু এতিয়া তাই সেনগুপ্তৰ সপোনত বিভোৰ। এইটো তাইৰ ভুল হৈছে। কিন্তু প্ৰাণে যে বুজনি নেমানে।

এই কেইদিনমানৰ ভিতৰতে তাই নিজৰ প্ৰাণক সুধি ঠিক কৰিব লাগিব তাই প্ৰকৃততে কাক বিচাৰে। নলিনে তাইক এতিয়াও ভাল পায়। মানুহটো বিবেচক। তাৰ আশা তাই যেন ভবিষ্যতৰ কথা ভাবি সেনগুপ্তৰ সঙ্গ ত্যাগ কৰে চিৰদিনৰ বাবে। যদি সেই ব্যৱস্থাত তাই ৰাজী হ'ব পাৰে তেন্তে সি তাইৰ মনৰ পুনৰ সংস্থাপনৰ বাবে সকলো ত্যাগ কৰিবলৈ সাজু। সি খুব কাতৰ ভাৱে তাইক এই কথাবোৰ কৈছে। সেনগুপ্ত ইমান বিবেচক নহয়। তেওঁৰ লগত মদ খাওঁতে, নাচোতে, বজাৰ কৰোঁতে, ফুৰোতে বোৱা শহাপহু এটাৰ দৰে তাইলৈ সদায় সৰু লৰাই আকাশৰ জোনটো চোৱাদি চায়। তেওঁৰ কথাবোৰ মাজে মাজে অসংলগ্ন হয়, মাজে মাজে ক্ষীণ বীণাৰ ধ্বনিৰ দৰে শুনায়। তেওঁ লগত থাকিলে ডিগবইৰ অলস ক্ষণবোৰ ৰূপময় হৈ উঠে। সেনগুপ্তৰ আবদাৰবোৰ সৰু অনভিজ্ঞ লৰাৰ দৰে মধুৰ আৰু অলিৰ দেহৰ প্ৰতি দেখুওৱা চকুমুখৰ লোভবোৰ লাজকুৰীয়া ডেকাৰ। সেনগুপ্তই গোৱা কবিতাবোৰ তাইৰ শাৰীৰ বা মেখেলাৰ ফুলৰ দৰে শোভাবৰ্দ্ধক। কবিতা তাইৰ বাবে সাধুকথাৰ সেই উজ্জ্বল



মণিটোৰ দৰে,—সাপৰ ফণাত থাকে। তাৰে অন্ধকাৰত বাট দেখি। তেওঁ লগত থাকিলে তাইৰ সকলো শুভ বুদ্ধি লোপ পায়। নিজক তেওঁৰ সৈতে মিলাই দিবৰ মন যায়। কিন্তু সেনগুপ্ত অনভিজ্ঞ। মাজে মাজে বিবাহিতা নাৰীৰ সান্নিধ্যত তেওঁ যেন বিব্ৰত হয়। আহিবৰ আগতে তেওঁ অলপ অস্বাভাৱিক ভাৱে সাহসী হবলৈ যত্ন কৰিছিল, কিন্তু নোৱাৰিলে।

মাজে মাজে সেনগুপ্তই তেও'ৰ বালীগঞ্জৰ ঘৰৰ কথা কয়; এৰি অহা কিছুমান স্মৃতিৰ কথা উলিয়ায়। মাজে মাজে কলিকতাৰ ঢাকুৰীয়া লেকৰ পাৰৰ লগৰ দৃশ্যৰ লগত ডিগবইৰ তুলনা কৰি নিজকে পাহৰি যায়। যেতিয়া অলিয়ে সোধে তেওঁ ইয়াৰ আগতে কাক ভাল পাইছিল, তেতিয়া তেওঁ বঙা-চঙা পৰে আৰু বিব্ৰত হয়। মানুহজনে খুব ডাঙৰ পৰিয়ালৰ মানুহ বুলি নিজৰ চিনাকি দিয়ে, অৱশ্যে খুব সাৱধানে। কেতিয়াবা গুণৰ কথা উলিয়ায়, কিন্তু ঘুণাক্ষৰেও কোনো অন্য নাৰীৰ কথা নেপাতে। বিয়া-বাৰুৰ কথা ওলালে কেতিয়াও তাইক তেওঁ স্পষ্ট কথা নকয়। তাইৰো উপযাচি সুধিবলৈ বেয়া লাগে, কিন্তু মাজে মাজে তাই অনুভৱ কৰে সেনগুপ্তৰ লগত তাইৰ বিয়া হলে কিজানি বেছি অন্তৰঙ্গ প্ৰেমৰ সোৱাদ পাব।

কেতিয়াবা কেতিয়াবা সেনগুপ্তই কয়, "বলা ফুৰি আহো। ধৰক কলিকতা; দাৰ্জ্জিলিং,—তেনে কোনোবা ঠাই।"

কিন্তু অলিয়ে তন্ন তন্নকৈ প্ৰশ্ন কৰিলে তেওঁ নীৰৱ হৈ যায়। কিবা এটা ভয় আছে মানুহটোৰ মনত। নহলে কিবা এটা সংকোচ আছে।

আবেগক তাই দমন কৰিব পাৰিব যদি সেনগুপ্ত একেবাৰে আতৰি যায়। ডাঃ কাকতিৰ লেখাখিনি পঢ়ি তাইৰ অলপ চেতনা হৈছে। উদ্দাম জীৱনৰ চঞ্চলতা তাই এৰি পেলাব, এৰি পেলাবলৈ যত্ন কৰিব।

তাই গাৰুটো লৈ বুকুখন হেঁচি ধৰি বাহিৰলৈ এবাৰ চালে খোলা খিড়িকিৰে। প্ৰথমবাৰৰ বাবে অনুভৱ কৰিলে কৃত্ৰিম উত্তেজনা নোহোৱাকৈ স্বাভাৱিক পৰিবেশত এটা নিশা নীৰৱে কেনেকৈ আৰম্ভ হব পাৰে। মাকে ভিতৰত তেল মাৰিছে। ঠাকুৰে মাছ কুটি দিছে। তাই ভাবিলে উত্তেজনাৰ অশান্তি ভালনে নিৰ্জনতাৰ অশান্তি ভাল।

## পাঁচ

চাৰিটা দিন ঘৰৰ, গাৱঁৰ আৰু মিতিৰ-কুটুমৰ খবৰ-খাবৰ লওঁতেই পাৰ হল। পঞ্চম দিনা অলিয়ে বৰ অকলশৰীয়া অকলশৰীয়া অনুভৱ কৰিলে। মাকে তাইক আলহী ৰখাদি ৰাখিলে। কুটা এগছো কৰিবলৈ নিদিয়ে, কেৱল পুৱা-গধুলি গোঁসাই ঘৰত সেৱা কৰিবৰ সময়ত তাইক একৰকম বলেৰেই টানি নিয়ে। ডিগবইত যিদৰে এটা সম্পূৰ্ণ ধৰাবন্ধা জীৱন, ইয়াত তেনে নহয়। মাইকী মানুহৰ বাবে গাওঁখন যেন ঘৰুৱা বনেৰে ভৰা এখন ডাঙৰ টোল। বাহী বন কৰাৰে পৰা শোৱাৰ পৰলৈকে সিহঁত টাকুৰী ঘূৰাদি ঘূৰে; কথা পাতিবলৈও যেন সময় নাই।

পঞ্চম দিনা দেউতাক যাবলৈ ওলাইছিল পথাৰলৈ। ধান দোৱা পূৰ্ণোদ্যমে চলিছে। অলিয়ে সুধিলে—ময়ো যাওনে পথাৰ চাবলৈ?

দেউতাক আচৰিত হল, কলে—আমাৰ দস্তুৰ ঘৰৰ জীয়ৰী-বোৱাৰী পথাৰলৈ যোৱা নিয়ম নাই। তথাপি যদি যাব খুজিছ ওলা। দিন-কাল সলনি হৈছে।

তেতিয়া প্ৰায় ন মান বাজিছিল। আঘোণ মহীয়া পথাৰ, বোকা-পানী নাই, অলিয়ে ফুৰিবলৈ একো অসুবিধা নেপাব, বাপেকে ভাবিলে। অলিয়ে কিন্তু মন ভাল লগাবলৈহে যাবলৈ ওলাইছিল। সাধাৰণ এযোৰ মেখেলা-চাদৰ পিন্ধি সুদা ভৰিৰে অলিয়ে যেতিয়া বাপেকৰ লগত খোজ কাঢ়ি গৈ গাৱঁৰ ফুৰফুৰীয়া বালীয়া বাটত ভৰি দিলেগৈ, তেতিয়া গাওঁখনৰ মানুহ পথাৰলৈ যাবলৈ আৰম্ভ কৰিছে। একোখন আঠুমূৰীয়া ধুতি, কান্ধত গামোচা আৰু বাকী গা সুদা। পুৰুষৰ বেশ সেয়ে। মাইকী মানুহৰ গাত এজোৰ বোকাবৰণীয়া কপাহী চাদৰ বুকু-পিঠি সামান্য ভাৱে ঢকা স্বদেশী

নগ্নতাৰ ছবিৰ লগত চাহাৰী নগ্নতাৰ ৰিজনি কৰি হঠাতে অলিৰ মন বিষন্ন হৈ গল। দেহৰ কোনো যতন নলয় গাৱঁলীয়া তিৰোতাই।

তেনেতে কোনোবাই তাইক মাতিলে,—হেৰা ; অলি অলি।

অলিয়ে দেখিলে সিহঁতৰ ঘৰৰ কাষৰ ঘৰটোৰ পৰাই সাধনীয়ে মাতিছে। অলি ৰ'ল আৰু সাধনীৰ ঘৰলৈ যাব খুজিলে। হঠাতে বাপেকে ক'লে,—সাধনীৰ ঘৰলৈ ভাল মানুহ নেযায়, অলি।

—কিয় ?

—তাইৰ স্বভাৱ ভাল নহয়।

অলিয়ে ক'লে—মই নগলে বেয়া হ'ব।

—কিয় পথাৰলৈ নেযাৱ জানো ?

—যাম, সাধনীক লগত লৈ যাম।

বাপেকে হাক দি ক'লে,—এনেয়ে গাৱঁত আমাৰ ঘৰৰ বদনাম ৰটা মানুহৰ অভাৱ নাই, তই সাধনীক লৈ ফুৰিলে আমাৰ শত্রু-বোৰে আসৈ পাব।

আমাৰ শত্রু কোন আছে দেউতা ?

আজিকালি গাৱ নোমেই শত্রু। মোৰ ধন-ধান হোৱা দেখি ভিকহুবোৰৰ চকুত টোপনি নাই। আগৰ আধি খোৱা অকৰ্মন্ত মানুহবোৰ গুচাই দিলত সিহঁতেই এতিয়া শত্ৰু হৈছে। গাৱঁৰ কথানো কি কবি! কাম নকৰা ডেকা লৰাই বেছি হল।

অলিয়ে ক'লে—ডিগবইতো আমাক চাহাব বুলি বনুৱাবোৰে দূৰত থাকে, কিবা এটা ঈৰ্ষাও হয় বোধহয়। ইয়াতো মানুহে আমাক এইদৰে চাবলৈ ললে কেতিয়াৰ পৰা? আমি সৰু হৈ থাকোঁতে নাছিলে এনেকুৱা।

বাপেকে হুমুনিয়াহ পেলাই ক'লে—এই কাৰণেই মই ধন-ধান ঘটাৰ কথা ভবা নাছিলো। কাৰণ ধন হলেই শত্ৰু হয়। কিন্তু লৰাবোৱাৰীৰ উৎপাতত নোৱাৰিলো। সিহতৰ বাবেই ধন-ধান কৰিলো, কিন্তু এতিয়া সিহঁতকো নেলাগে এইবোৰ। মোৰ হাড়মাল হ'ল



গোটেইবোৰ। এতিয়া ধৰ্মতো লাগিব নোৱাৰা হলো। জগন্নাথলৈ যাওঁ যাওঁ বুলি দুয়ো টিপিয়াই আছো, তাৰ আগতে চকুৰেই মুদো নেকি ?

অলিয়ে দেউতাকৰ মুখলৈ চাই দেখিলে বাপেকৰ কপালত বয়সৰ বহুত ৰেখা ফুটি ওলাইছে। তাইৰ বেয়া লাগি কলে, বাৰু দেউতা ; নেযাওঁ তেন্তে।

বাপেকে হঠাতে কলে—হওঁতে সাধনী আমাৰ দাৱনী। তই যা বাৰু। মই কিন্তু নৰওঁ দেই।

—মই অকলে যাম নেকি ?

—সাধনীৰ লগতে যাবি বাৰু, তোক অৱশ্যে কওঁতা নোলাব। উলিয়াই দিয়া ছোৱালীৰ সিমান অসুবিধা নাই।

বাপেক গ'লগৈ। বাপেকৰ কামৰ তুলনাত এইবোৰ বিবেচনা অতি তুচ্চ হৈ পৰিছে। অলিয়ে তাক চকুৰ আগতে দেখিলে।

তাই সাধনীৰ ঘৰলৈ লাহে লাহে সোমাই গ'ল। দেখিলে আগৰ বাৰী নাই। ঘৰতো কোনো থকাৰ গম নেপালে। গোহালি, বাৰী, পুখুৰী সকলোবোৰতে এটা শূন্যতা। মাত্ৰ ঘৰটো চোতালৰ দাঁতিত কোনোৰকম থিয় হৈ আছে। সাধনীয়ে নিসংকোচে আহি অলিৰ হাতত ধৰি নি এখন চকিত বহুৱালে ভিতৰ কোঠাত। অলিয়ে সাধনীলৈ চালে, মানুহজনীৰ স্বাস্থ্য অটুট আছে, কিন্তু যৌৱন অটুট নাই। চকু অলপ সোমালে। বুকুৰ পিয়াহ ওলমি পৰিল আৰু গালৰ ছাল খহটা হল। তুই এটা চোমৰ দাগো দেখা পালে।

—তোমাৰ ভালনে অলি ?

—ভাল। তোমাৰ একা ?

—মোৰ ভাল নহয়, বুজিছা।

—কি হৈছে ?

—গিৰিয়েকে এৰা তিৰোতাৰ কিনো নহয়! মাৰে কোৱা নাইনে ?

—কৈছে।

—তেন্তে সেয়ে।

অলিয়ে সুধিলে,—ফুকনে তোমাৰ খবৰ লয়নে কেতিয়াবা ?

—লয়। কেতিয়াবা চিঠি লিখে, কেতিয়াবা ঘৰলৈ আহিলে সোমায় কিন্তু কি হ'ব……

অলিয়ে ক'ল—ফুকনৰ একো ঠিক নাই, এনেয়ে দেখোন বন্ধুৱাৰ তুখতে মৰে।

সাধনীয়ে উত্তৰ দিলে—তেওঁৰ গাত মই দোষ নিদিওঁ।

অলি আচৰিত হল, সুধিলে – কিয় ?

—সেইবোৰ বহুত কথা। তেওঁ মোক ভাল পাইছিল, কিন্তু—

—কোৱাচোন। সাধনীয়ে ক'লে—যদি কাৰো আগত নোকোৱা তেন্তে কওঁ।

—কোৱা।

—মোৰ যে এই লৰাটো আছে লৰাটো তেওঁৰ ফালৰ নহয়।

—তেন্তে কাৰ ?

—খুব কষ্টেৰে সাধনীয়ে উত্তৰ দিলে তোমাৰ দাদাৰৰ ফালৰ; বিয়াৰ আগতে আমাৰ হলিগলি হৈছিল সেই কথা গম পায়ে আই-দেউতাই বিয়া দি দিলে। কিন্তু কথা লুকাই নেথাকিল।

অলি আচৰিত হ'ল। ক'লে— মোৰ বিশ্বাস হোৱা নাই সাধনী। দাদাই ইমান ভুল নকৰে।

সাধনীয়ে এটা বিদ্রুপৰ হাঁহি মাৰি কলে—হওঁতে তেওঁ মোক বিয়া কৰাব খুজিছিল কিন্তু দেউতাৰহঁত ৰাজী নহল। আমি জানো দত্তৰ ঘৰৰ লায়ক! এতিয়া ভুগিছে নহয় ভালকৈ, মই ইয়ালৈ গুচি অহাৰ পিচত দাদাৰ আৰু নবৌৰেৰৰ মাজত কিবা লাগিল। গাৱঁত কথাটো সকলোৱে জানিলে। তাৰ পিচত তুয়ো তুফালে গুচি গ'ল।

অলিয়ে সুধিলে,—গাৱঁৰ মানুহে কেনেকৈ জানিলে ?

সাধনীয়ে হাঁহি ক'লে,— মানুহেনো নেজানে কি ? তোমাৰ কথাও কি ওলাইছে শুনা নাই ?



অলিৰ বুকুখন চিৰিংকৈ গ'ল, কলে—মোৰ কথা কি ওলাইছে ?

সাধনীয়ে হাঁহি কলে—কোনোবা এটা বঙালী মানুহৰ লগত বোলে হলিগলি হৈছে হেনো। মানুহৰ কথানো কি ক'বা ? কৈ ফুৰিছে বোলে দত্তহঁতৰ ঘৰখন বাহিৰৰ পৰাহে নদন-বদন, ভিতৰখন গেলা।

কথাষাৰ কওঁতে সাধনীয়ে যেন তৃপ্তি পাইছে এনে বোধ হল অলিৰ। তাইৰ মুখতো এটা অকাৰণ বিদ্বেষ ফুটি উঠিছে। অৱস্থাপন্ন মানুহৰ বদনাম গাই হতভাগ্য সকলে সদায় তৃপ্তি পায়। সেনগুপ্তৰ লগত তাইৰ 'হলিগলি' হোৱাৰ বদনামটো যে এনেকৈ বিয়পিব পাৰে তাক তাই কল্পনাই কৰা নাছিল। এইখন সমাজত প্ৰেমৰ অৰ্থ ব্যভিচাৰ।

অলিৰ খং উঠিল, কলে,—

—এইবোৰ কোনে উলিয়াইছে ?

—কোনে হ'ব, ডিগবইলৈ অহাযোৱা কৰা মানুহে। কিন্তু ভয় খালা কিয় ? তোমাক যে ইয়াত সেই কাৰণেই তুৰৱাই থৈ গৈছেহি সেই কথাও জানে মানুহে।

অলিয়ে ক'লে,—মনে মনে থাকা সাধনী।

সাধনীয়ে অলিলৈ চাই তৃপ্তিৰে হাঁহিলে। তাৰ পিচত ক'লে— উৰহৰ খং ভগা ঢাৰিত সাৰি লাভ নাই অলি। বদনাম শুনি বা কৈ মোৰ আৰু কোনো লাভ নাই। মই সকলো সহিব পাৰো। কিন্তু মোৰ লৰাটোৱে নোৱাৰে। তাৰ একেবাৰে অসহ্য। সি আচল দেউতাকৰ নাম নুলুকুৱায়। মাজতে কোনোবা এসোপা মানুহে তাক উচটাই গল। এতিয়া সি কি কয় জানা জানো ?

—কি ?

—সম্পত্তিৰ ভাগ দাবী কৰিব।

অলিৰ খং উঠিল। সাধনীয়ে তাইক যেন এইবোৰ কথা কৈ অপমান কৰিবলৈহে মাতি আনিছিল এনে ধাৰণা হ'ল। তাইৰ

গাওঁখনলৈ ভয় আৰু বিৰাগ হল। তাই ক'লে—তোমাৰ এইবাৰে ভচহু কথা শুনিবলৈ মই অহা নাই। মই শুনিছো তুমি বোলে আজিকালি······

সাধনীয়ে হাঁহি ক'লে—বাচি থাকিবলৈ বহুত নকৰিবলগীয়া কাম কৰিছো কিন্তু তোমাৰ দৰে এজনৰ লগত ঘৰ পাতি আন এজনক পতি মনা নাই।

গুলীৰ শব্দৰ দৰে কথাষাৰে অলিৰ হিয়া ভেদি গল। নিজকে তাইৰ চম্ভলা টান হৈ পৰিল। তাই চকিখনৰ পৰা উঠি ক'লে—মই যাওঁ সাধনী। আজিৰ পৰা তোমাৰ লগত মোৰ কোনো সম্বন্ধ নাই। ছিঃ ছিঃ এনেকুৱা নীচ তোমাৰ মন। মই জানো তুমি বেশ্যা হৈছা।

সাধনী ব্যথিত হল। তাই ক'লে—অলি; তোমাৰ মনত আঘাত দিবলৈ একো কোৱা নাই। মই সঁচা কথাহে কৈছোঁ। যাব খুজিছা যোৱা। কিন্তু সেই বঙালীটোৰ লগ এৰি দিয়া। একেলগে দুটা মানুহৰ লগত হলিগলি কৰাই বেশ্যাগিৰি।

অলিৰ খং উঠি সাধনীৰ ফালে চকু বগাকৈ চালে। কিন্তু তেনেতে সমুখত দেখিলে দেউতাকক। তাই শান্ত হৈ গ'ল।

দেউতাকে সাধনীক ধান কাটিবলৈ যাবলৈ আদেশ দি অলিক ক'লে,—আহ; মই যি ভয় কৰিছিলো সেয়ে হ'ল। সেই কাৰণেই তোক মই আহিবলৈ দিয়া নাছিলো। আহ। সাধনী, তই এইবোৰ কু-ৰটনা যদি বন্ধ নকৰ তেন্তে মই ঠিক কৈছো তোৰ পুলিয়ে-পোৱাই উভালিম।

এক ৰকম হাতত ধৰি অলিক টানি লৈ আহিল দেউতাকে। সাধনীয়ে ছুয়ো শুনাকৈ ক'লে,—মোৰ নো আৰু কি কৰিব? সকলো হ'ব লগা হ'ল। এতিয়া একো বাকী নাই। দত্তহঁতৰ গেলাগপ বাহিৰ নকৰালৈকে মই নেৰিছোঁ।

## ছয়

অলিক লগত লৈ বাপেকে একেবাৰে পিচফালৰ বুলনি চ'ৰা পালেগৈ। নতুন শাক বুটলিবৰ বাবে মাকে খৰাহিটো লৈ বাৰীত সোমাইছিলগৈ। বাপেকে ক'লে "বহ অলি বহ। বহুত কথা আছে।"

অলি বহিল। তাইৰ মন তেতিয়াও উত্তেজিত হৈ আছিল। এনে অপমান তাই জীৱনত পোৱা নাই। সাধনীৰ ভদ্ৰতা জ্ঞানতো নায়েই, লাজ-চৰমো নাইকিয়া হ'ল। তাইৰ লগত সেনগুপ্তৰ যি সম্পৰ্কই নেথাকক সেই সম্পৰ্ক লৈ গাৱঁৰ মানুহৰ ইমান মূৰ ফুৰণি কিয়? এইবোৰ মানুহৰ স্পৰ্দ্ধা দেখি তাইৰ অসহ্য হ'ল।

বাপেকে ক'লে—"আৰু অপমান পাবি। ইয়াত থাক যদি। আগৰ গাওঁ আৰু নাই। আমাৰ দত্ত বংশৰ শত্ৰু ঢেৰ হ'ল।" এই কথা কৈ বাপেকে এখন আৰামী চকিত পোন হৈ বহিল। ওচৰতে থকা সজাৰ মইনা চৰাই এটাই 'কলিকাল' 'কলিকাল' বুলি মাকে শিকোৱা মাতষাৰ হঠাতে দোহাৰিলে। বাপেকে আকৌ আৰম্ভ কৰিলে—"সাধনীৰ লৰাটো বাঘৰ আগ তেল খোৱা লৰা। সি আমাৰ অহিত চিন্তিছে। দেশৰ ছচিয়েলিষ্ট আৰু কমিউনিষ্টবোৰৰ উচটনিত ভোল গৈ সি আধি খোৱাবোৰক ধান কমাই দিবলৈ কৈ ফুৰিছিল। ধান এবাৰ কমাই দিবলৈ ওলাওঁতেই ময়ো সিহঁতক একৰাই দি মৈমনচিঙীয়া লগালোঁ। তাৰ পৰা আধি খোৱা মানুহবোৰ জ্বলি উঠিল। ময়ো কেৱল বংশৰ মানুহবোৰ ৰাখি বাকীবোৰ একৰাই দিলোঁ। এতিয়া সিহঁতৰ ভিকাচন ভাগিল। দুই এটা ৰিক্সা চলাবলৈ গ'ল নগৰত। তাত গৈ মদ-বেশ্যা সকলোতে ধৰিলে। তহঁতৰ

ডিগবইলৈকো হলি ফুকনে কেইটামান মাতি নি হাজিৰা কুলি কৰি দিছে। মোক দেখি আঘোণা গোঁসাই আৰু পুণাৰাম মণ্ডলেও পঞ্চাশ-টামান মানুহৰ ভিকাচন ভাগিল। তাৰে কিছুমান পাইপ লাইনৰ কামত লাগিছে।”

অলিয়ে খেতিৰ মাথামুণ্ড একো নুবুজে, তথাপিও তাই ধৈর্য্য ধৰি গাৱঁৰ এই শত্রুতাৰ গুৰি কাৰণ জানিৰলৈ আগ্রহ কৰিলে। তাই সুধিলে, “পাইপ লাইনৰ বাবে লোৱা মাটিবোৰ দিওঁতেও বোলে ইহঁতে গণ্ডগোল লগাইছিল ?”

“তোক কোনে ক'লে ?”

অলিক সেনগুপ্তই কৈছিল। কিন্তু সেনগুপ্তৰ নাম উচ্চাৰণ নকৰি তাই ক'লে—“কম্পেনশ্চেচনৰ অফিচাৰ এজনে কৈছিল ?”

—অ'। সঁচা কথা। কিছুমান চন পৰা মাটি, কিছুমান খেতিৰ মাটি। আধিখোৱাবোৰেও ক্ষতিপূৰণ বিচাৰিছিল, নিদিলে পাইপ লাইন কাটি দিম বুলি ভাবুকি দিছিল। সকলো ইয়াৰ কাম। সাধনীৰ লৰাটোৰ। কিন্তু পাৰে ক'ত ? দখলীৰ কাম সুকলমে হৈ গ'ল। কিন্তু আজি এটা আকৌ নতুন বিপদ হৈছে।

—কি ?

বাপেকে ক'লে—মৈমনচিঙীয়া কেইটা বোলে পাকিস্থানী আছিল। সিহঁতৰ বিৰুদ্ধে সাধনীৰ লৰাটোৱে পুলিচত লগালে। এতিয়া সিহঁতক গ্রেপ্তাৰ কৰি নিছে। খালাচ দিয়েনে নিদিয়ে ক'ব নোৱাৰো। এছ-পিক লগ ধৰিব লাগিব। ইপিনে লগ ধৰিবলৈ যাবলৈও ভয়। মৰাপাটবোৰ বোৱা শেষ হোৱা নাই। খাবলৈ নাইকিয়া কেইটামান মানুহে কালি ৰাতি পথাৰৰ পৰা কেঁচা ধানকে কাটি নিছে। কি কৰোঁ ক'ব পৰা নাই। আঘোণা গোঁসাই আৰু পুণাৰাম মণ্ডলক মাতিছোঁ। তেওঁলোকৰো সেই একে সমস্যা।

বাপেকে তাৰ পিচত দত্ত বংশৰ পূৰ্বৰ প্রতাপৰ আৰু সম্পত্তিৰ কথা কৈ অলিৰ আগত দুঃখ কৰিবলৈ ধৰিলে। স্বৰ্গদেউ কমলেশ্বৰ সিংহই



দিয়া মাটি। এই বুঢ়া আম জোপাৰ পৰা পশ্চিমলৈ চকুৰে মমনালৈকে দত্তহঁতৰ মাটি। কিন্তু বৃটিছৰ দিনত মাটিৰ জৰীপ হ'ল। মাটিৰ পৰিমাণ কমিল। তথাপিও সেই দিন কেইটা গণ্ডগোল নোহোৱাকৈ গ'ল। আধিৰ ধান পাওঁতে ইমান গণ্ডগোল নাছিল। পুলিচ-হাকিমলৈ মানুহৰ খুব ভয় আছিল। তেতিয়াও দত্তহঁতৰ ঘৰৰ বিৰুদ্ধে গাৱঁৰ ইতৰ লোকে মাত মাতিবলৈ সাহ কৰা নাছিল। এতিয়া লৰাৰ লগত খোলাখুলি ভাৱে বদনাম ৰটিবলৈও সাহ কৰিছে নটী মাইকীয়ে। চৰকাৰেও লাই দিছে। ভোট খুজিবলৈ অহা নেতাৰ তোষামোদ গাই ছাল ছিগা ভিকহুহঁতো ওফন্দি পৰিছে। সিহঁতৰ ভালেমান এতিয়া কমিটিৰ মেম্বৰ। ৰকম ৰকম কমিটী। পঞ্চায়ত, ক'অপাৰেটিভ আমুক, ভচুক—কত কি ! আঘোনা গোসাঁই আৰু পুণাৰাম মণ্ডলে সিহঁতক প্রতাপী হবলৈ দিয়া নাই বাবেহে। কমিটীত সোমাবলৈকে নিদিয়ে সিহঁতক। সিহঁতৰো অলপ মইমতালি হৈছে। যিহে সংকট হৈছে দেশত। ঘৰে ঘৰে হাঁহাকাৰ। কাম কৰাত কাৰো মন নাই। টকা নাই বাবে সিহঁত অলপ দমি আছে। টকা পোৱা হলে আমাক ইমান দিনে নকৰিবৰ চকৰি কৰিলেহেঁতেন।

এতিয়া সাধনীৰ লৰাটো দুৰ্দ্দান্ত হৈ উঠিছে। অলপ লিখা-পঢ়া শিকি সি গাৱঁৰ দত্ত-গোসাঁই-মণ্ডল কাকো কেৰেপ নকৰা হৈছে। আৰু নিলাজৰ পিনে ক'বই নেলাগে। অলিৰ ককায়েকৰ ল'ৰা বুলি যাৰে-তাৰে আগত কৈ ফুৰে।

সেইবোৰ সেয়ে। এতিয়া মৈমনচিঙীয়াবোৰ গ'লে ধান-খেতি, মৰাপাট খেতি, বাৰী একো নৰয়। সেই লৈয়েই দত্তৰ দুৰ্ঘোৰ চিন্তা। তেওঁ এতিয়া ভাবিছে শিৱসাগৰ চহৰলৈ গুচি যাব বুলি। মাটিত লাভতকৈ বিপৰ্য্যয় বেছি। টাউনত মাটি কিনি ঘৰ-দুৱাৰ কৰি ভাৰা দিলে বেচ নিজঞ্জালে খাই বৈ থাকিব পাৰি।

বাপেকৰ কথাবোৰ শুনি অলিয়ে ক'লে, “মই বেয়া দেখা নাই দেউতা। এই বুঢ়া বয়সত এইবোৰ জঞ্জাল সহিবৰ আপোনাৰ শক্তি

নাই। তাতে ককাইদেৱো যে ইয়াত থাকিবহি,—মনে নধৰে। কাজেই নগৰলৈ উঠি গলে আপোনাৰ ভাল হ'ব দেউতা।"

"ময়ো তাকেই ভাবিছোঁ।"

অলিয়ে ক'লে—ইয়াত থকা অসম্ভৱ দেউতা। সাধনীয়ে এনে জঘন্য কথা ক'ব পাৰে বুলি মোৰ ধাৰণাই নাছিল। এইখনত থকা ঠিক নহয়। ককাইদেউৰ লগত—

দত্তই হঠাতে মৌনতা অৱলম্বন কৰিলে। অলিয়ে বাপেকলৈ চাই আকৌ ক'লে,—এইবোৰ কি বদনাম ওলাইছে ককাইদেউৰ ?

—বদনামটো মিছা নহয় অলি। মানুহক মিছা ক'ব পাৰো, কিন্তু ভগবানক মিছা কোৱা টান। নভেল-চিনেমা চাই অধঃপাতে যোৱা লৰাই জঘন্য কামটোকে কৰিলে। সাধনীৰ বাপেক বৰ সাত্বিক মানুহ আছিল। লৰা-ছোৱালী দুয়োটাৰে বিয়া কৰাবৰ মন। কিন্তু সিহঁতৰ লগত মিতিৰ হ'লে কৰিব নোৱাৰি। শেহত উপায় নেপাই বাপেকৰে সৈতে মিলি তাইৰ বিয়াৰ বন্দবস্ত কৰিলো। কিন্তু লাভ নহল। সাধনীয়ে গিৰিয়েকৰ লগত কাজিয়া কৰি গুচি আহিল। আহি ইয়াত এইখন কৰিছে।

—বাৰু দেউতা, ফুকন হৈ কেনেকৈ এনেকুৱা ছোৱালী বিয়া কৰালে ?

দেউতাকৰ মুখ গহীন হ'ল। তাৰ পিচত ক'লে—সিও বৰ ডাঙৰ কথা। আমাৰ গাৱঁৰ এজনী জীয়ৰী পৰিছিল যোৰহাটৰ ফুকনৰ ঘৰত। আমাৰ সেই আঘোনা গোসাঁইৰ ছোৱালীজনী অ',—সিদিনাখন ঢুকাইছে। লগতে গৈছিল গাৱঁৰ শ্ৰীৰামৰ ছোৱালীজনী লিগিৰী হৈ। তাতে কেনেবাকৈ বদনামী হ'ল। লৰা এটাও উপজিল। ফুকন আছিল বহল হৃদয়ৰ মানুহ। লৰাটো পঢ়ুৱাই-শুনাই ডাঙৰ-দীঘল কৰি ডিগবইৰ কামত সুমাই দিলে। লৰাটোৱে লিখিবলৈ ললে ফুকন উপাধি।

এইখিনিতে বাপেকে এটা বিদ্রুপৰ হাঁহি মাৰি অলিলৈ চালে।



তাৰ পিচত কলে,—সিয়ে তাইক নিলে। কিন্তু তাই বোলে কাজিয়া কৰি গুচি আহিল। মানুহটো বোলে এতিয়া বলিয়াৰ দৰে হৈছে। কালি আঘোণাই কলে সি বিধবা ছোৱালী এজনী চপাই ললে। এতিয়া আকৌ হিন্দু হৈছে।

সেইবোৰ কথা শুনিছোঁ। মানুহটো কিন্তু বৰ উদাৰ আৰু কৰ্মী। ডিগবইৰ ইউনিয়নত তো তেওঁৰ খুব নাম।

—তহঁতৰ ডিগবয়ো এখন চহৰ আৰু। জাত-কুল বংশমৰ্যাদাৰ কোনো লেখ নাই। যেয়ে বেছি দৰমহা পায় সেয়ে বৰ জাত। নহলে এটা জহবা লৰানো ইমানলৈ উঠেনে ?

অলিয়ে ক'লে, দেউতা ডিগবইত মানুহৰ মৰ্যাদা লেখে পদবী লৈ।

—জানো জানো। অকল ডিগবৈতে কিয় গোটেইখনতে খেতিয়কৰ মান নাই। নহলে জোঁৱাই-বোৱাৰী লৰা সকলোৱে তৃণ যেন জ্ঞান কৰে নে আমাক ?

কব নোৱাৰাকৈয়ে দত্তৰ মুখৰ পৰা হুমুনিয়াহ সৰি পৰিল। নলিনে শহুৰেকৰ খবৰ কৰা নাই বুলিলেই হয় আজি বাৰ বছৰে। এতিয়া গৰজত পৰি অলিক খবলৈ আহিছিল। আহিলেও আধা ঘন্টা এঘন্টাতকৈ বেছি পৰ নেথাকে। থাকি ভাল নেলাগে গাৱঁত। ভাল সংগো নাই গাৱঁত। বোৱাৰীয়েক আছিল মুঠেই ছমাহ। শাহুৱেকৰ লগত ৰাহি-জোৰা নাহিল মুঠেই। ধুতি-নীতি মনাতকৈ ঘৰ এৰাই ভাল বুলি ভাবিলে তেওঁ। তদুপৰি গিৰিয়েকৰ লগত সাধনীৰ বদনাম শুনিও ঘৃণা হ'ল ঘৰখনলৈ। গুচি গ'ল। অহুকাণে পহুকাণে যি শুনা যায়, বদনাম শুনাৰ পাচৰে পৰা বোলে গিৰিয়েক ঘৈণীয়েকে একেখন বিছনাতে শোৱা নাছিল।

অলিয়ে বাপেক-মাকৰ দুখৰ কথা শুনি মৰ্মান্তিক আঘাত পালে।

তাই ক'লে—আপুনি দেউতা, এই গাওঁ এৰি যোৱাটোকে ঠিক কৰক। এইবোৰ কৰিনো কি হ'ব ? কোনে খাব ?

—কিয় ? ককায়েৰে।

—ককাইদেউ যে গাৱঁলৈ উভতি আহিব, মনে নধৰে।

বাপেকে বিষণ্ণ মনে সুধিলে—কিয় ?

—এবাৰ চহৰলৈ যোৱা মানুহ গাৱঁলৈ উভতি অহা নাই। তাত কিবা এটা মোহিনী আছে।

বাপেকে ভোৰভোৰাই ক'লে, চহৰত কি সোপানো আছে ? গৰম পানী পায় আৰু ব্যভিচাৰ কৰিব পাৰি। গাৱঁৰ দৰে সমাজ নাই তাত।

অলিয়ে ঠাট্টাৰ সুৰত ক'লে, এইখন আকৌ সমাজ! মোৰ হ'লে এক বিন্দুও থাকিবৰ মন যোৱা নাই দেউতা।

বাপেকে ভয় খালে, নিৰ্জন ঘৰৰ পৰা থাকিবলৈ অহা জীয়ৰী গুচি গ'লে তেওঁ সহিব নোৱাৰে। তদুপৰি বুঢ়া হৈ আহিছে মানে পুতেক বা জীয়েকলৈ ৰৰকৈ মনত পৰিছে। তেওঁ ক'লে—তই ইমান সোনকালে নেযাবিগৈ। ইমান দিনৰ মূৰত আহিছ। আমাৰ কাৰো গা ভাল নহয়। আকৌ এনেকৈ আহিলে মাৰ-বাপেকৰ নেপাবহি।

অলিয়ে দুখ পালে। তাই ক'লে,—আপদ চোচোৰাব নেপায় দেউতা।

বুঢ়া মনে মনে ৰ'ল। অলিয়ে গাৱঁৰ আলিবাটটোলৈ চালে। আঘোণা গোঁসাই আৰু পুণাৰাম মণ্ডল খুব গহীন খোজেৰে আহি আছে। তাই বাপেকক খবৰটো দিলত, বাপেক উঠি চ'ৰা ঘৰলৈ গ'ল। অলিয়ে তেতিয়া সাধনীৰ কথাবোৰ মনতে পাগুলি মনৰ ভিতৰতে জ্বলি-পকি মৰিবলৈ ধৰিলে।

## সাত

অলিয়ে সাধনীৰ ঠাট্টা সহিবলৈ টান পালে। শোৱা কোঠাত সোমাই তাই তাইৰ কথাবোৰকে মনৰ ভিতৰত সুৱঁৰিবলৈ ধৰিলে। সাধনী আগৰ সাধনী নহয়। তাইৰ কথাবতৰাবোৰ শুনিলে ভাব হয় লাজ, ভয়, সমাজ বোলা বস্তু এটা আৰু নাই। গাৱঁত কেনেকৈ সোমালহি এইবোৰ। তাই সেনগুপ্তক ভাল পোৱাৰ কথাটো ইয়াত কোনে ইমান বিকৃতভাৱে প্ৰচাৰ কৰিলে ? ডিগবইত থাকোতে তাইৰ ধাৰণাই নাছিল তাইৰ গাৱঁৰ মানুহ ইমান অভদ্ৰ হ'ব পাৰে!

বাহিৰত দেউতাকহঁতে কথা পাতিছে। আঘোণা গোঁসায়ে কথা কৈছে। খিৰিকীৰে তাই স্পষ্ট শুনিবলৈ পাইছে। গোঁসায়ে কৈছে, "পণ্ডিতে স্কুলখন পাতি নষ্ট কৰিলে। শিক্ষা পাই নীহকুলীয়া মানুহবোৰ ওপৰলৈ উঠিল। দত্তই পাতি দিলে হাইস্কুল। এতিয়া সিহঁতে দত্তৰ বিৰুদ্ধেই হুমিয়ায়। কেইটামান গুৰু-গোঁসাই নমনা ল'ৰা পঞ্চায়তৰ মেম্বৰ হ'ল। আগেয়ে আছিল আধিয়াৰ। এতিয়া সিহঁতে কমিটী পাতি হাটৰ গৰু গাড়ীৰ টেক্স তোলে। মাষ্টৰ হ'ল যত কূটৰ ঘাই। সেই জহবাটোৰ লগত লগ লাগি এতিয়া আৰু স্কুল পতাত লাগিছে। এইবাৰ কি হয় ভগৱানেহে জানে। আপোনাৰ ধানৰ কি হয় ক'ব নোৱাৰো।"

বাপেকে কৈছে, "আজি আগৰ আধি খোৱা সেই বায়নৰ ল'ৰা কেইটাই যিহে কথা শুনাইছে কি ক'বা ? কিন্তু তাতোকৈও ভয় লগা কথা হৈছে সিহঁতৰ গুৰু গোঁসাই নমনা ভাবটোহে। মই মাটি বেচি বি-অ'চিব পইচা পালো, সিহঁতে ক'লে চুৰিৰ ধন। সিহঁতে আধি নিদিওঁ বুলি কোৱাত মই মাটি একৱাই দিলো, সিহঁতে ক'লে নৰবধী। চিলিঙৰ আইন হ'লত মাটি বাৰী ল'ৰা-ছোৱালী-বোৱাৰীক পট্টা কৰি দিলত সিহঁতে উলিয়ালে ব্ৰহ্মচোৰ। ধাৰলৈ নিয়াৰ ধান বিচাৰি গ'লে

কয় নিদিওঁ। পুলিচৰ ভয় দেখুৱালে দুই-একে দিয়ে দুই-একে নিদিয়ে। কয় হেনো টকা দিব। কৃষি ঋণ আনিলেও সিহঁতৰ চকু পোৰে। বাৰে ভচছু পশ্চিমীয়া কথা শিকি সিহঁতে গাৱঁৰ সমাজখনো ভাঙিলে। ডাঙৰৰ কথা কোনেও নুশুনে। এতিয়া মৈমনচিঙীয়া ভগা দেখি সিহঁতৰ ফূৰ্তি। মোৰ খেতি কৰিবলৈ এতিয়া ক'ৰ মানুহ পাওঁ ?"

মণ্ডলে ক'লে, "বৰ বেছি চিন্তা নকৰিব। সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব পাৰি। হাকিম-পুলিচ থাকে মানে একো ভয় নকৰিব। মানুহ আটাইবোৰ বেয়া হোৱা নাই। এইবাৰ খাজনা টকাত অনাকৈ কটালে নহয়। কতই নিদিওঁ বুলিছিল। শেহত দেখোন ক্ৰোকৰ ভয় দেখুৱালত সুৰসুৰীয়া হ'ল আটাইবোৰ। এইবোৰ কথা বাদ দিয়ক। কাণত ঠিলা দি ফুৰিব।"

গোঁসায়ে ক'লে 'জানো তুমি কি কৈছা এইবোৰ মণ্ডল। কিমান কমিটী হ'ল দেখা নাই জানো। কমিটীয়ে বোলে এবাৰ ক'অপাৰেটিভ কৰা, এবাৰ ক'য় উচিত মূল্যৰ দোকান দিয়া। এবাৰ ক'ব আধিয়াৰ মালিকৰ কমিটী কৰা।"

"সেইবোৰ ক'বই। কওকচোন। আমাৰ খালী খং নেখাব। কমিটীতো সোমাই ল'ক। আৰু এই ভিকহুবোৰক মাজে সাজে পইচাই হওক ধানেই হওক দি থাকিব। সেই পাহিহে আচল মহৌষধ।"

দেউতাকে ক'লে—"মই আৰু নোৱাৰো ঈশ্বৰ। ছোৱালীয়েও কৈছে মাটি-বাৰী বেচি টাউনলৈ যাওগৈ।"

মণ্ডলে উত্তৰ দিলে "আপুনি ইমান অলপ কথাতে পিতৃ ভেটি এৰি যাবনে? চহৰততো কি সুখখন খাবগৈ? চাউলৰ পৰা খৰিলৈ সকলো কিনা। খোজটো বুলিলেই পইচা। দত্ত পৰিয়ালৰ মানুহ ইমান পৰি মৰা নহয়।"

দেউতাক মৌন হ'ল। পিতৃ ভেটিৰ মোহ তেখেতৰ আছে, কিন্তু ইমান বদনামৰ মাজত থাকিব নোৱাৰে। মানুহক এখন সমাজ লাগে। কিন্তু সেইবোৰ কথা ফুটাই নকলে। মুখেৰে কলে। "মইনো আৰু কাৰ বাবে কৰিম? অকল বুঢ়া-বুঢ়ীৰ বাবে ইমান সম্পত্তিৰ প্ৰয়োজন নাই।"



গোসাই আৰু মণ্ডলে আশ্বাস দিলে গাৱঁৰ উদণ্ড মানুহবোৰলৈ ভয় কৰিব নেলাগে। গণ্ডগোল কৰিলে দুঘণ্টাৰ ভিতৰতে পুলিচ আনিব পৰা যাব। অলপ পৰ তিনিওৱে ভিতৰত ফুচফুচকৈ কথা হ'ল। শেহত গোঁসায়ে ক'লে "যত কূটৰ ঘাই এই সাধনীৰ ল'ৰাটো। ইয়াক কিবা কৰি আঁতৰাব নোৱাৰিলে শান্তি নহ'ব। তাৰ সাহসতে গঞাই আপোনাৰ ল'ৰা-ছোৱালীৰ বদনাম ৰটিছে। তাক কিবা এটা কৰা যাব।"

দেউতাকৰ উত্তৰ আৰু মনৰ ভাব পৰীক্ষা কৰিবলৈ অলিয়ে সুযোগ নেপালে। কিন্তু তাইৰ ভাব হ'ল বাপেকে হয়তো আকৌ মন ঘূৰাই পেলাইছে। তেনেতে গোঁসাই উঠি গল'গৈ। বাহিৰত তেওঁৰ পদশব্দ নুশুনা হ'ল।

মণ্ডলে খুব গহীনাই ক'লে, "এখেত মানুহ কম নহয়। বামুণৰ কুট বুদ্ধি সকলো আছে। মানুহক উচটাই জোল খুওৱাত এখেত পকা। কিন্তু আমাৰ উপকাৰী মানুহ। চহৰৰ পুলিচ চাহাব, ডেপুটী কমিছনাৰ সকলোৰে লগত আহ-যাহ আছে। মানুহবোৰৰ ওপৰত অলপ প্ৰভাবো আছে। বিয়াই-সকামে মত দিবলৈ মানুহ এটাই আছেগৈ। মানুহৰ ধৰ্মৰ ভয় আছে। ৰাতি আহিব ট্ৰাকখন। ৰাতিয়ে নিব। কোনেও গম নেপায়। মই এতিয়া যাও।"

দেউতাক কি উত্তৰ দিলে একো গম নেপালে। কিন্তু অলিৰ গা চেৰাই গ'ল। ৰাতিয়ে আহিব ৰাতিয়ে যাব এইখন কি ট্ৰাক। কিবা চোৰাং মাল নিবলৈ নহয়তো?

বাহিৰত কথা-বতৰা অন্ত পৰিল। কিন্তু অলিৰ দুশ্চিন্তা শেষ নহল। বাপেকে ভুল কৰিছে। ইয়াত থাকি তেওঁ ভুল কৰিছে। ইয়াত ইমান দুশ্চিন্তাত কাল কটাবলৈ কিহে পাইছে বাপেক-মাকক? এইবোৰ সম্পত্তিৰ মূল্য কি? খাব কোনে? তদুপৰি ইয়াত শত্ৰু আৰু চকু চৰহা মানুহৰ মাজত থাকি লাভ কি! সাধনীয়ে অলিক আৰু দেউতাকক ইমান অপমান কৰিবলৈ য'ত সাহ কৰে, ত'ত থকাৰ

অৰ্থ পদে পদে লাঞ্ছিত হোৱা। তদুপৰি গাৱঁৰ দুখীয়া মানুহবোৰৰ আজিকালি শক্তি বেছি হৈছে। বৃটিছ কোম্পানীয়েও বনুৱাক দমাই বুলিলে দমাব নোৱাৰা হৈছে।

সিহঁতৰ দৰে সাধনো দেউতাকহঁতৰ নাই। গাৱঁৰ উদণ্ড মানুহবোৰক কেনেকৈ দমাব?

অলিয়ে গাত এটা গৰম অনুভৱ কৰিলে। খোপাটো খুলি দি চুলিবোৰ পিঠিত পেলাই ললে। আৰ্চীৰ ওচৰত থিয় হৈ তিতা টাৱেলেৰে মুখখন মচি মুখখন জুৰ কৰি ললে। তাৰ পিচত চেণ্ডেল ছুপাত কোঠাৰ মজিয়াত দলিয়াই দি বিজুলী যোৱাদি গৈ দেউতাকৰ গুৰি পালেগৈ। দেউতাকে ভঁৰাল খুলি ধান চাইছিল। ওচৰৰে গোহালিত গৰু খীৰাই দুটা মানুহে গাখীৰ ভৰাইছিল পিতলৰ বাল্টিত। বাৰীৰ পুখুৰী পাৰত এটা শান্ত নিৰ্জনতা। অলিয়ে ক'লে—আপুনি ইয়াত থাকিব নোৱাৰে দেউতা।

—কি হ'ল অলি! যাওঁ বুলিলেতো ঘপ্ কৰে যাব নোৱাৰি।

—নহয় যাবই লাগিব। ইয়াত থাকি একো লাভ নাই।

গাখীৰ খীৰোৱা মানুহটো বুঢ়া—বহুদিনীয়া চাকৰ। সি ক'লে,—কি ক'লে আইদেৱে? দেউতাক ক'লৈ নিয়ে? নোৱাৰে।

অলি অবাক হ'ল। তাই একো নেমাতি থিয় হৈ ৰ'ল।

তেনেতে মাক ওলালহি, ক'লে—কি হ'ল অলি?

অলিয়ে মাকক খুব শান্তভাবে সকলো কথা খুলি কলে।

মাকে হাঁহি কলে,—মই মৰিলে যাবিহঁক। এই ঘৰ-দুৱাৰ এৰি নগৰত সুখ খাবলৈ যাব যদি তহঁতি যা। মই নেযাওঁ। মৰিবৰ সময়ত আইতাৰে দঢ়াই দঢ়াই কৈ গৈছিল, ভেটি নেৰিবলৈ। মই শাহুৰ বাক্য পেলাব নোৱাৰো।

অলিয়ে অভিমানত একো নেমাতিলে। বাপেকে ভঁৰালৰ ধান চাই নমাবৰ বাবে চাকৰ এটাক আদেশ দিলে। পুৰা এশ মোন ধান আজি বেচাৰ কথা। চৰকাৰী দৰতকৈ দাম দুটকা বেছি।

## আঠ

ৰাতি এডোখৰত অলিয়ে সাৰ পালে। বাহিৰত এখন ট্ৰাক যোৱাৰ শব্দ হ'ল। অলিয়ে নিৰ্বিকাৰভাৱে আকৌ বাগৰ সলাই গাৰ পৰা বাগৰি যোৱা লেপখন টানি ললে। তাইৰ টোপনি নধৰিলে। কোঠাটো আন্ধাৰ। কাষৰ কোঠাত মাকে ঘোৰ ঘোৰাইছে। খিৰিকীখন খোলা আছিল। তাৰ মাজেদি ৰাতিৰ নিয়ৰ পৰাৰ শব্দ আৰু উজাগৰে থকা চৰাইবোৰৰ চিঞৰ বতাহত উটি আহিছিল। লোহাৰ দণ্ডবোৰৰ মাজত মাজে মাজে ক'ৰবাৰ পোহৰ পৰেহি। খিৰিকীখনৰ পৰা আধা ফাৰ্লং দূৰত এটা ঢাপ। তাৰ দাঁতিতে আছে সাধনীহঁতৰ ঘৰ। ওৰে ৰাতি তাত ডেকা ল'ৰাহঁতে বচন আওৰাইছে। মাজে মাজে হাঁহি-খিকিন্দালিৰ শব্দ শুনা গৈছে। ডিগবইৰ নৈশ পাৰ্টিবোৰৰ দৰেই এইবোৰ জীৱন্ত। সাধনীৰ মাতটোও শুনা গৈছে মাজে মাজে।

মাজতে এটা ফেচাই মাতি ভয় খুৱাই দিলে অলিক। তাই উঠি গৈ খিৰিকীখন জপাব খুজিলে। কিন্তু এটা দৃশ্য দেখি ৰৈ গল।

বহুত দূৰত আকাশৰ পূব কোণত এটা যেন ৰঙচুৱা পোহৰ। পোহৰটোলৈ চাই ৰ'ল অলিয়ে। একো বুজিব নোৱাৰিলে প্ৰথমতে। বহুত পৰ চোৱাৰ মূৰত সেইটো পাইপলাইনৰ বাটকুৱা ষ্টেচন বুলি তাই বুজি পাই হঠাতে থৰ হৈ ৰ'ল।

ডেৰিক দেখি তাইৰ সদায় সেনগুপ্তলৈ মনত পৰে। আজিও পৰিল। আহিবৰে পৰা মানুহটোৰ খা-খবৰ পোৱা নাই। খা-খবৰ ল'বলৈও তাইৰ সংকোচ হৈছে। পাহৰিবৰ চেষ্টা কৰিও তেওঁৰ মিঠা মুখখন পাহৰিব পৰা নাই। তাই যেন ৰজাৰ কোঁৱৰ এজন বিচাৰি পাইছিল তেওঁৰ মাজত। কেইবাটাও পাহৰিব নোৱাৰা স্মৃতি মনলৈ আহিল। সান্ধ্য ভ্ৰমণত তেওঁক প্ৰায়ে লগ পাইছিল তেতিয়া ভাব

হৈছিল যেন তেওঁ এটা সুগন্ধি ফুল। সেনগুপ্তক সদায় নির্দোষ অনভিজ্ঞ আৰু মৰমিয়াল যেন বোধ হৈছিল। কেতিয়াবা লগ পাইছিল কাবোবাৰ ঘৰৰ অথবা ক্লাবৰ সমাবেশত। তেতিয়া তেওঁ গহীন আকাশখনৰ দৰে মৌন হৈ পৰিছিল। তাইৰ লগত সদায় মৌনতা ভংগ কৰিবলৈ বিচাৰিছিল নিভৃতত। সদায় চকুত ফুটি উঠিছিল এটা অতৃপ্ত কামনা। কিন্তু তাইৰ হাতত বা ওঁঠত শান্তভাৱে চুমা খোৱাৰ পিচত মানুহটো লাজত মৰহি পৰিছিল। আহিবৰ দিনাখনো সেই একেই লাজ। ডাঃ কাকতিৰ মৃত্যুৰ খবৰ কৰিবলৈ যাওঁতেতো তেওঁ মূৰ তুলিয়েই চাব নোৱাৰিলে। গোটেই মুখখন বেজাৰৰ আৰু অনুতাপৰ চামনিয়ে ঢাকি ধৰিছিল।

তাই এইবাৰ নুমোৱা লেমটো জ্বলাই সেই দিনা মেজত পেলাই থোৱা ডাকটো চালে। দিনটোৰ উত্তেজনাত তাই চিঠি দুখন পঢ়িবলৈ পাহৰি পেলাইছিল। এইবাৰ তাই চিঠি খুলি পঢ়িবলৈ ল'লে। প্ৰথমখন নলিনৰ চিঠি।

বিশেষ একো নতুন খবৰ নাই। ডিগবইত বনাচ লৈ বনুৱাবোৰ উত্তেজিত হৈছে। সিদিনা সেই লৈ সিহঁতৰ অফিচ ঘেৰাও কৰি ধৰিছিল। পুলিচ মেজিষ্ট্ৰেট আহি শান্তি ৰক্ষা কৰিলে। তাৰ জীৱন খুব ভালেৰেই চলিছে। তাই নাথাকোতে দুবাৰ মিঃ বাপট আৰু মিছেছ বাপট আহিছিল। বৰ ভাল লাগিল। দুয়ো ক্লাবত বেচ সৰবৰহী হৈছে। বৰ সৰবৰহী মানুহজনী। তোমাৰ ছবি চাই গৈছে। ইয়াৰ মাজতে দুদিন জ্বৰ গালো। ঘৰটো বৰ নির্জন। এদিন সেনগুপ্ত আহিছিল বিদায় লবলৈ। তেওঁ বোলে ডিগবই এৰি যাবগৈ। দুৰৱাই একো নকলে। বোধহয় ঈশ্বৰে যি কৰে ভাললৈকে কৰে। গিৰিয়েকে সামৰণিত লিখিছে।

"……মোৰ মনত কোনো ঈর্ষাৰ ভাব নাই। বৰেৰে মই তোমাক মোক ভাল পাবলৈও নকওঁ। কিন্তু আমাৰ এখন সংসাৰ আছে, বিশেষকৈ পলাশ;… সি যাতে কেতিয়াও অনুভৱ নকৰে এই বিচ্ছেদ। আমি তাক শাস্তি দিব লাগিব।… সেনগুপ্ত চঞ্চল ৰোমাণ্টিক ডেকা। মই যিমান দূৰ বুজিছো তেওঁ অকল তোমাকেই ভালপোৱা নাই, তেওঁ কলিকতা বা বিলাততো আনক ভাল পাইছে। সেইবোৰ খবৰ মোক মিছেছ বেনার্জীয়ে দিছে।… ডাঃ কাকতিৰ কাহিনীতকৈও ই কৰুণ। ডাক্তৰে লোকৰ বেমাৰ পৰীক্ষা কৰিব পাৰে, কিন্তু নিজৰ বেলিকা সদায় উজুটি খায়। সেইবোৰ বহুত কথা। প্ৰথমতে নিসন্তান দেখি তেওঁ ঘৈণীয়েকক বন্ধ্যা বুলি ভাবিছিল কিন্তু ঘৈণীয়েকৰ পৰীক্ষা কৰাত ভুল ভাগিল। ডাঙৰ অনুশোচনা হ'ল মনত। নিজৰ বন্ধ্যাৰ কথা গম পাওঁতে পাওঁতে বহুত বছৰ হ'ল। ঘৈণীয়েকৰ অতৃপ্ত মাতৃত্বৰ আকাঙ্ক্ষা মাজে মাজে বিকৃতাকাৰ ৰূপ লৈ উঠে। তুমি জানা নহয় তেওঁ এজনী ছোৱালী তুলি লৈছিল। বিলাতত তাই ডাক্তৰী পঢ়ি ঘূৰি আহিছে।

……বৰ ধুনীয়া মৰম লগা ছোৱালীজনী। ডিগবইত কাম পোৱাৰ আশা।… কালি খাবলৈ মাতিছিল। মোৰ লগত এইকেইদিন খুব চাইকলজি আলোচনা কৰিছে। প্ৰেম বোলা বস্তুটো হেনো আচলতে বায়'লজিকেল,—মনৰ স্তৰত থাকিব নোৱাৰে। তোমাৰ ককাই দেৱৰাৰ বিষয়ে বেয়া খবৰ আনিছে। তাত কোনোবা এগৰাকী পাকিস্থানী বিষয়াৰ ছোৱালীৰ লগত ৰোমান্সত ব্যস্ত। তেওঁ বোলে পূৰ্বৰ গিৰিয়েকক তালাক দিছে। গতিতে তেওঁক কেৱল দি মতাই অনাৰ ব্যৱস্থা কৰা।… তোমাৰ চাগৈ গাড়ী নোহোৱা বাবে ফুৰাচকাৰ অসুবিধা হৈছে। মই এখন সৰু গাড়ী পাইছো। সেইখন ললেই তোমালৈ পঠাই দিম।……"

অলিয়ে চিঠিখন জপাই থৈ ভাবিলে মাক-বাপেকক কথাটো এতিয়াই জনাবনেকি। ককাইদেৱেকে যদি ইতিমধ্যে কিবা ঘটনা কাৰ পেলায় তেন্তে সকলো ওলটপালট হৈ যাব। কিন্তু মাজ নিশা বাপেক-মাকক জগাবলৈ তাইৰ সাহস নহল। তাই ধৈৰ্য্য

ধৰিলে। তাৰ পিচত নলিনৰ কথা ভাবিলে। তাই বুজি পালে এই ছোৱালীজনীয়ে নলিনৰ ওপৰত কি প্ৰভাব বিস্তাৰ কৰিছে। নলিন তাইতকৈ বেছি চঞ্চল। তাইৰ সেই এটা দুখ। নলিনে কেতিয়াবা নিজকে পাহৰি পেলায়। তাইক সি ভাল পায়, কিন্তু সেই ভালপোৱাই তাক বান্ধি ৰাখিব নোৱাৰে। তাইৰ মনে মনে হাঁহি উঠিল। মিছেছ বাপটৰ লগত অন্তৰঙ্গতা এবাৰ ইমানলৈকে উঠিছিল যে তাই বহুত দিন বোহ ঘৰত থকাদি আছিল—প্ৰতিবাদ কৰি। কিবা কামত মিঃ বাপট বিলাতলৈ গৈছিল,—অলপ দিনৰ মূৰতে ঘূৰি আহিল। তেওঁ অহাৰ পিচত অলপ সম্বিৎ ঘূৰি আহিল। ......আৰু এবাৰ তেনেকৈ এজন কনট্ৰেক্টৰৰ প্ৰৰোচনাত পৰি এজনী ধুনীয়া গায়িকাৰ মোহত পৰিছিল। কিন্তু সেইটো বেছি দিন নেথাকিল। গায়িকা গৰাকীৰ বিয়া হৈ গল।......সেই কথা ক'বলৈকে তাইৰ লাজ লাগে। বিলাতত কি কৰিছিলে তাৰ কথাও তেওঁ কৈছে। এজনী ইটালীয় ছোৱালীৰ ছবি এতিয়াও তেওঁৰ এলবামত আছে। সেই ছোৱালী গৰাকীয়েই বোলে প্ৰথমতে তেওঁৰ মনত প্ৰেমিকাৰ মূৰ্ত্তি আঁকি দিয়ে। ছোৱালীজনীৰ নাম আছিল ইটালীয়া। ছোৱালীজনীৰ চকুযুৰি আছিল সেউজীয়া, মূৰৰ চুলি মুগা বৰণীয়া। বুকুখন ভয়ানক উঠা, ককাল চিয়াঁ, দীঘল গা আৰু চুটি ভৰি। তাই ধুনীয়া নাছিল, আছিল মোহিনী। অলিয়ে ভাবে তাইতকৈ তাই শতগুণে ধুনীয়া। ইটালিয়াতকৈ অন্ততঃ তাইৰ ককালটো বেছি সুগঢ়িত, বুকুখন অধিক শুৱনি, চুলিকোছা ক'লা যদিও অধিক মনোমোহা। কি কাৰণত যে নলিনে ইটালিয়াক ভাল পাইছিল সি ক'ব নোৱাৰে। সম্ভৱতঃ নলিন বৰ সবলচিতীয়া, ভাল চাইকলজিৰ জ্ঞান, সুন্দৰ মাতৰ গান, চঞ্চলতা আৰু দৈহিক আবেদন এইবোৰে তাক মোহ-মুগ্ধ কৰি ৰাখিছিল। এতিয়াও দুয়োৰাই ছোৱালীৰ মাজত এই চাৰিটা বস্তুৱেই বিচাৰি যায়। মিছেছ বাপটৰ আছিল চঞ্চলতা আৰু দৈহিক আবেদন; আৰু কাকতিৰ তোলনীয়া জীয়েকৰ গাত



আছে চাইকলজিৰ জ্ঞান আৰু দৈহিক আবেদন। নলিনৰ যে ইতিমধ্যে এই ছোৱালীজনীৰ প্ৰতি এটা মোহ হৈছে, সেই বিষয়ে তাইৰ বিন্দুমাত্ৰ সন্দেহ নৰল। তাইৰ বিৰক্তি উপজিল। খঙো উঠিল। তেওঁ প্ৰেমত পূৰ্ণ স্বাধীনতা ভোগ কৰে, কিন্তু তাইৰ একো স্বাধীনতা নাই। সেনগুপ্তৰ লগত দুদিন অন্তৰঙ্গতা হওঁতেই হ'ল নিৰ্বাসন। গুলী খোৱা কপৌ চৰাইটোৰ দৰে তাই ছটফটাবলৈ ধৰিলে।

কামৰ ঘৰটোত হাঁহি-খিকিন্দালিৰ অন্ত পৰা নাই, যদিও মাত ক্ৰমাৎ ক্ষীণ হৈ আহিছে। সাধনীৰ মাত শুনা গৈছে মাজে মাজে। ওলাই যোৱা মানুহৰ কাহ শুনা গৈছে।

তাই এইবাৰ ইখন চিঠি খুলিলে। চিঠিখন সেনগুপ্তৰ। বুকুখন দুক দুক কঁপিবলৈ ধৰিলে। সেনগুপ্তই লিখিছে :

......"আৰু চিন্তা নাই। এইবাৰ যেন মুক্তি পাইছোঁ। বৰ মন গৈছিল তোমাক এদিন একান্তমনে পোৱাৰ। এনেকুৱা সৌন্দৰ্য্য ক'তো লগ পোৱা নাই। দেশ-বিদেশ ঘূৰি এনেকুৱা ৰজনীগন্ধাৰ পাহিৰ দৰে এনে কোমল চকু, এনে এটা অসাধাৰণ অথচ অপৰূপ দেহ, এনে গম্ভীৰ প্ৰকৃতি ক'তো দেখা নাই। মুখত মাতৃস্নেহো আছে। তুমি প্ৰিয়া নে পত্নী তাক মই আজিলৈকে নিৰ্দ্ধাৰণ কৰিব পৰা নাই। মোৰ ভাব হয় তুমি পত্নী। কোনো দিন কোনো কালে পৰক প্ৰেম দিব নোৱাৰিবা। ...বহুত দিন অক্ষমতাৰ বেদনা লৈ তোমাৰ ওচৰৰ পৰা ঘূৰিছোঁ। কোনো নাৰীৰ ওচৰতে মোৰ এনে হোৱা নাই।... তুমি যেন সংযমৰ এটা গভীৰ নাদ। মোৰ দৰে জিঅ'লজিষ্টে তাৰ গভীৰতা জুখিব নোৱাৰে। কোনো দুখ নাই। মই যাবলৈ ওলালো, দুই এদিনতে যাম।.... তোমাক এবাৰ দেখা কৰি যাম। মোৰ সৰু ফিয়েট গাড়ীখন দুয়োৰাই লৈছে। খুব কম দামতে দি দিছোঁ। এতিয়াও অৱশ্যে তেওঁ ঠিক কৰিব পৰা নাই কোনখন তোমাক দিব। যদি মোৰখন দিয়ে তেন্তে বৰ বেদনাদায়ক হয়নেকি তোমাৰ কাৰণে।

মোৰ ছীটটোত সদায় তুমি বহিবা আৰু তোমাৰ ছীটটো খালী ৰ'ব সেই ছীটটো বেছি দিন খালী নৰয়। কিন্তু যিমান দিন খালী ৰয় সিমান দিন যেন সেই ছীটটো তৃষিত স্মৃতিৰ মৰু' হৈ থাকে।··· তোমালোকৰ বাগানত ফুল ফুলা নাই, গছৰ পাত সৰিছে। বিৰহে গোটেই বঙলা চাটি ধৰিছে। এদিন তালৈ যাওঁতে মনত হ'ল যেন বতাহত এটা হুমুনিয়াহ, কেউফালে স্মৃতিৰ মৰুভূমিৰ তাপ। ...ভাল হ'ল তৰল যৌৱন-জুই একুৰাই যেন দুৱৰাক জ্বলাই দিছে ······বকুল ফুলিছে, বাগানত নহয় দুৱৰাৰ মনত। আৰু এখন গাৰ্ব্বত ফুলিছে অশোক। অশোকক চিনিব পৰা শক্তি নাই দুৱৰাৰ, তোমাক কৰিছে মদাৰ।···অসমক কিয় ভাল লাগিছিল ক'ব নোৱাৰো। নেজানো হয়তো তোমাৰ বাবেই। আজি যামগৈ। কিন্তু য'তে নেথাকো কিয় সকলো দেশৰ সৌন্দৰ্য্যতকৈ সুন্দৰ তোমাৰ দেহ-মনৰ স্মৃতি সদায় মনত থাকিব।' পৰহিলৈ লগ পাম।"

সেই পৰহি কালিলৈ। অলিয়ে হাত ঘড়ীটো চালে। দুই বাজিছে। আৰু তিনি ঘণ্টা বাকী আঘোণৰ ৰাতি পুৱাবলৈ। সাধনীৰ ঘৰ নিজান পৰিছে। কিন্তু চাকি জ্বলি আছে। কাৰো কথা-বতৰা নাই, ঘৰটোত যেন এটা সবাক নিৰ্জনতা। অলিয়ে চাই ৰ'ল। অলিৰ গোটেই দেহ-মন যেন অকস্মাৎ এপাহ ফুলৰ দৰে ফুলিলে। তাই যেন আজি নকৈ পুষ্পিতা হৈছে। মাকহঁতে নকৈ নোৱাই-তোলনি পাতিছে। দিগন্তৰ দিশে দিশে কোনোবাই উকলি দিছে। কালিলৈ বৰ আহিব।

চৰাই দুই-এটা উঠিছে। বননিত ফেউৰাই ৰাও দিছে। অলিয়ে হঠাতে গুণ গুণকৈ গালে—

আপনাৰে দান সেই তো চৰম দান
আকাশে আকাশে তাৰি লাগি আহ্বান।
ফুলবনে তাই ৰূপেৰ তুফান লাগে
নিশীথে তাৰায় আলোৰ ধিয়ান জাগে।
উদয় সূৰ্য গাহে জাগৰণী গান।

লাহে লাহে কেতিয়ানো আকাশ পোহৰ হ'ল ক'ব নোৱাৰিলে।



লেমটো নুমাই তাই দুৱাৰ খুলি বাহিৰৰ চোতাললৈ ওলাই গ'ল। তাত্ত ধান পৰি আছে। দুবৰি বনত নিয়ৰ পৰিছে। পদূলিমুখলৈকে নানা জাতিৰ ফুল ফুলিছে। চকুৰ পোৰণি পাতল হ'ল অলিৰ। অকস্মাত চকুত পৰিল পদূলিমুখত দেখিলে গেটৰ সি দাঁতিয়ে থিয় হৈ আছে সাধনী। তাই দেখিলে সাধনীয়ে ইতিমধ্যে গা ধুই উঠি পদূলিৰ মূৰত বকুল ফুল বুটলি খোপাত গুজিছে।

ভদ্ৰতাৰ খাতিৰত তাই আগবাঢ়ি গ'ল, ক'লে—ৰাতি নুশুলানেকি কালি? ভাৱনাৰ আখৰা হৈছিল নেকি?

সাধনীয়ে হাঁহি ক'লে,—কালি ৰাতি ফুকন আহিছে।

—ফুকন!—আচৰিত হৈ অলিয়ে সাধনীলৈ চালে।

—অঁ। ভাৱনাৰ আখৰা নহল। কিবা অইনৰ কথাহে আলোচনা হ'ল।

—কি!

—সেইবোৰ তোমাক ক'ব নোৱাৰি। তুমি জমিদাৰৰ জীয়েক।

—সাধনী। তোমাৰ লৰাই এইবোৰ কি কৰিছে? ফুকনো হব পায় সেইবাবে আহিছে!

—লাহে লাহে বুজিবা।

—দেউতাৰ পিচত ইমানকৈ লাগিছে কিয় এওঁলোক?

—পেটৰ দায়ত। এজনে সুখেৰে থাকিব আৰু আন এজনে খাবলৈ নেপাই মৰিব;—ই আৰু হ'ব নোৱাৰে। তোমালোকে নিজে খেতি নকৰাকৈ ইমানবোৰ মাটিৰ ধান কেনেকৈ পাবা?

—কিয় —এইবোৰ মাটি আমাৰ নহয় জানো?

ওহোঁ। নাঙল যাৰ মাটি তাৰ। যেনেকৈ যি ল'ৰা ফুকায় লৰা তাৰ। সাধনীয়ে নিলাজীৰ দৰে হাঁহিবলৈ ধৰিলে।

—সাধনী। যা মোৰ চকুৰ আগৰ পৰা যা।

সাধনীয়ে হাঁহিলে। তাৰ পিচত ক'লে—কালি কাৰ চিঠি পাই ৰাতি টোপনি ধৰা নাই? পোষ্টমাষ্টৰে কৈছে নহয়। সেনগুপ্তৰ চিঠি আহিছে। তেওঁ আজি আহিব। ফুকনক বাটপথৰ ঠিকনা সুধি লৈছে।

নিষ্ফল ক্ৰোধত অলি অস্থিৰ হৈ উঠিল। তাই চিঞঁৰি ক'লে— নটী তোৰ এইবোৰেইহে চিন্তা। যা ইয়াৰ পৰা।

সাধনীয়ে হাঁহি ক'লে— নটী আমিয়েনে তুমিয়েই তাক কোনে ক'ব ?

অলি ঘূৰি আহিল। এটা সুন্দৰ ৰাতিপুৱা নষ্ট হৈ গ'ল। ৰাতিৰ কবিতা দিঠকে ভাঙি দিলে। ছিঃ কি জঘন্য কথা কয় সাধনীয়ে। তাই ঘূৰি আহি মাকক চোতালত বহি খুন্দনা মাৰি থকাতে পালেহি। তাই ক'লে, —তহঁতে যদি সেই সাধনীজনীক ভাতে নেমাৰ, তেন্তে মই ইয়াত নেথাকো। এতিয়াই গুচি যাম।

—হ'ল কি !

—তাইক ধান দোৱা আৰু আমাৰ ঘৰত কাম কৰা বন্ধ কৰি দে। তাইৰ ঘৰটো ভাঙি তুলি দেহঁক। উস, ৰাম ইমান কথা !

মাকে ক'লে— হ'ল কি !

অলিয়ে উত্তৰ দিলে—কি জঘন্য কথা। মোৰ মুখতে নোলায় সেইবোৰ।

মাকে অলিৰ মুখখন তন্নতন্নকৈ পৰীক্ষা কৰিলে। তাৰ পিচত ক'লে —তাইৰ কথাত কাণ নিদিবি। নটীৰ কথাত সতীয়ে কাণ দিব নেপায়।

অলিয়ে 'সতী' শব্দটো শুনি বৰ আঘাত পালে। এই শব্দৰ যোগ্য তাই নহয়। তাই অসতী। তাই···

সেই শব্দটো তাই উচ্চাৰণ কৰিব নোৱাৰিলে। আচলেৰে তাই নিজৰ চকু ছুটা ঢাকি ধৰিলে।

তেনেতে গাখীৰ খীৰোৱা মানুহটোৱে কলেহি বাহিৰত গাড়ীৰে এজন মানুহ আহিছে।

মাকে ক'লে—যাচোন, দেউতাৰক জগাই দেগৈ।

—নেলাগে থ'ক মা। দেউতা শোৱক। ময়ে যাওঁ।

কিন্তু সেনগুপ্তক লগ পোৱাৰ কোনো আয়োজনেই তেতিয়া মনত নাছিল।

## ন

সেনগুপ্তই ক'লে 'মই তেন্তে উঠোঁ।'

অলিয়ে শলাগিলে। কিন্তু সেনগুপ্তই উঠাৰ কোনো লক্ষণ প্ৰকাশ নকৰিলে। অলিয়ে ক'লে—"এইখন ডিগবই নহয়, ইয়াত মই তেনেকৈ ফুৰিবলৈ যাব নোৱাৰো।"

সেনগুপ্তৰ চকুত মিনতি ফুটি উঠিছিল, অলিয়ে মন কৰিলে যন্ত্ৰণাত মানুহটো প্ৰায় বোবা হৈ গৈছে। তাইৰ পুতৌ জন্মিল, কিন্তু তাই বুজিলে ইয়াত মটৰ গাড়ীত উঠি শিৱসাগৰলৈ যোৱাৰ কথা ওলালে তাই আৰু থাকিব নোৱাৰিব। তাই একো নেমাতিলে।

বহুত সময় যেতিয়া হ'ল তেতিয়া অলিয়ে ক'লে,— বেলি হ'ল, ভাতকেইটা খাই যাবা নেকি ?

সেনগুপ্তই যেন ৰক্ষা পালে। জাৰৰ পুৱাও তেওঁ ঘামি-জামি অস্থিৰ হৈছিল। অলিক এৰি যাবৰ তেওঁৰ মন যোৱা নাই। কাব্যিক কোমলতাৰ আঁৰত লুকাই থকা কামনাৰ কদৰ্য ৰূপ তেওঁৰ মুখে-চকুৱে ওলাই পৰিছিল। অলিয়ে দেখি মুঠেই ভাল নেপালে। সাধনীৰ নিলাজ ঠাট্টাবোৰ শুনি তাইৰ খুব বিতৃষ্ণা আৰু বিৰাগ উপজিছে। প্ৰেমৰ কোনো মূল্য নাই এই গাৱঁত। প্ৰেমৰ অৰ্থ যে দৈহিক কামনাতকৈ বেছি তাক ইহঁতে নুবুজে। তাইৰ ফুৰা চকাৰ ইচ্ছা নাইকিয়া হৈ গৈছে।

সেনগুপ্তই সন্মতি জনালে।

তেনেতে বাহিৰত দেউতাক আৰু গোঁসাইৰ মূৰ্তি দেখা গ'ল। অলিয়ে খবৰটো দিবলৈ যাব খুজিছিল, সেনগুপ্ত অহাৰ। কিন্তু প্ৰয়োজন নহল। বাপেক তাইক ক'লে—অলি গাড়ীখনত কোন আহিছে ?

অলিয়ে ক'লে।

বাপেকে সুধিলে, আমি এবাৰ টাউনৰ পৰা আহিব লাগে, গাড়ীখন দিব পাৰে নে সোধচোন।

অলিয়ে সুধিলে হ'ল কি ?

—হ'ব কি ! আহু খেতিৰ হাল বন্ধ। দাৱনিও কম হ'ল। ধান চপোৱা মস্কিল হৈছে। গাৱঁৰ মানুহ নাহে। তেল কোম্পানীত কাম কৰিছেগৈ। জমিদাৰৰ ঘৰত কাম নকৰো বুলি কৈ দিছে। আচল কথা হিংসা। মৰাপাটৰ খেতি বা কি হয় কোনে জানে ? অ', এতিয়া আকৌ খবৰ পালোঁ কালি নিয়া ধান জব্দ কৰিছে গাওঁৰক্ষী বাহিনীয়ে। ড্ৰাইভাৰ পলাল। তাৰ কাৰণে এছ-ডি-অ'ক লগ পাই আহো।

অলি ৰ'ল, দেউতাকে যে অসংলগ্ন ভাৱে কথা কৈছে ধৰিব পাৰিলে। তাই উত্তৰ দিলে, এইটো কথা লৈ এছ-ডি অ'ৰ ওচৰলৈ গলেনো কি হ'ব ? ধান বেচাটো বেআইনী যাকে-তাকে। আপোনাৰো ভুল হৈছে বেআইনী কাম কৰা।

আঘোণা গোঁসায়ে মাত লগালে—সংসাৰখনে সেইদৰে বেচি আছে। শুনিলো কালি বোলে এখন অৰ্ডাৰ দিছে শ্বিলঙত। মিল মালিকক ধান লবৰ বাবে আকৌ ক্ষমতা দিছে।

অলিয়ে বিব্ৰত দেউতাকৰ মুখলৈ চালে আৰু পোন প্ৰথমবাৰৰ বাবে আঘোণা গোঁসাইক বেয়া পালে। কিন্তু উপায় নাই। মান-সন্মান বচাবলৈ এনে বেআইনী পথ লোৱাৰ পৰা দেউতাকক বিৰত কৰিবলৈ তাই দৃঢ়সংকল্প হ'ল। তাই ক'লে, মই গাড়ীৰ কথা ক'ব নোৱাৰো।

তাই গুচি গ'ল। দেউতাক বিচূৰ্তি হ'ল। আজিহে তেওঁৰ ভাৱ হ'ল এইদৰে ধান বেচা বেয়া কাম। ইমান দিনে ধাৰণা হোৱা নাছিল। কাৰণ সদায়তো ধান বেচিয়েই আছে। কিন্তু আঘোণা গোঁসায়ে ক'লে, "ছোৱালীৰ কথাতে জব্দ হ'লচোন। আহক, আহক, যাবৰ উপায় অনেক আছে। আলহীৰ গাড়ী ক'বলৈ টান পাইছে হ'ব পায়। ব'লক লৰচৰ নকৰিলে পাচত বিপদত পৰিব।"



বিষণ্ণমনে দত্ত আঘোণা গোঁসাইৰ লগত বাহিৰলৈ ওলাই গল।

ভাত খোৱাৰ সময়লৈকে অলিয়ে সেনগুপ্তক আলেঙে আলেঙে একোবাৰ দেখা দি ভদ্ৰতা ৰক্ষা কৰিলে। ভাত খোৱাৰ সময়ত আৰু পলোৱা মস্কিল হ'ল। তাইৰ মন একেবাৰে বেয়া হৈ গৈছে।

ভাতৰ পাতত বহি ভাত খাই খাই সেনগুপ্তই কলে—তুমি দেখিছোঁ একেবাৰে গাৱঁলীয়া ভদ্ৰতা ৰক্ষা কৰিছা।

অলিয়ে খুব গহীনাই কথাষাৰ এৰাই গ'ল। তাই ভাত খাবলৈ কৈ ক'লে— মোৰ মন বৰ ভাল নহয়। ডিগবইত যিমান মুকলিমূৰীয়া আছিলো, ইয়াত তিমান নহয়। মা-দেউতাৰ সন্মানৰ বাবে মই সাৱধান হ'ব লগা হৈছে।

সেনগুপ্ত আচৰিত হ'ল। তেওঁ খাবলৈ আৰম্ভ কৰিলে, কিন্তু অলিৰ যুক্তিত পতিয়ন নগল। গাৱঁলীয়া বাধানিষেধ আৰু ৰীতি-নীতিৰ কথা তেওঁ বিশেষ একো নেজানে। সৰুৰে পৰা নগৰত বাস কৰিছে, বহুত দিন বিদেশত কটাইছে। আচাৰ-ব্যৱহাৰ মুকলিমূৰীয়া। কাজেই ডিগবইত অলিক যেনে লাগিছিল, ইয়াত তেনে নেলাগিল। অলিয়ে মুখত একো প্ৰসাধনো কৰা নাই। তথাপি স্বাভাৱিক বগা ৰংটো এনেয়ে মনোমোহা আছিল। কিন্তু সাজ-পাৰ খুব সাধাৰণ। এজোৰ বগা চাদৰ আৰু মেখেলা পিন্ধি তাই গাৱঁৰ এই পৰিবেশৰ লগত নিজকে খাপ খুৱাই লৈছিল।

সেনগুপ্তই ৰৌ মাছৰ জোল খাই খাই ক'লে—ভাবিছিলো একেবাৰে নাহিম। কিন্তু তোমাক যে একেবাৰে এৰি যাব লাগিব এই কথা ভাবি সহ্য নহ'ল।

অলিয়ে উত্তৰ দিলে—নহা হলেই ভাল আছিল বোধহয়।

বিস্মিত হৈ সেনগুপ্তই ক'লে—কিয় ? পাহৰাটো সহজ নহয়।

—সঁচা। কিন্তু ইয়াত আহি অনুভৱ হৈছে ইয়াৰ আৰু এটা দিশ আছে।

সেনগুপ্তই হাঁহিলে—বুজিছো। ডিগবইত যিটো সুন্দৰ যেন

লাগিছিল সেইটোকে ইয়াত কুৎসিৎ যেন লাগিছে। কিন্তু ইয়াৰ মানুহে প্ৰেমক শ্ৰদ্ধা নকৰে।

—তাতকৈও বেয়াকৈ ভাবে।

সেনগুপ্তই ক'লে,—এই সমাজলৈ তোমাৰ ভয় লাগে নহয় ?

—কিঞ্চিৎ। কিন্তু এই ঘৰত এগৰাকী মানুহ আছে যাৰ ওচৰত থাকিলে মই নিজৰ স্বাধীন কাৰ্য্যক্ষমতা হেৰুৱাই পেলাওঁ।

—বুজিছোঁ। মানুহ গৰাকী তোমাৰ মা।

—হয়।

—সেই কাৰণেই তুৰবাই বোধহয় এই নিৰ্বাসনৰ ব্যৱস্থা কৰিছে। কিন্তু তেওঁ আপোনাকহে নিৰ্বাসিত কৰিছে। নিজে বকুলৰ সতে নতুন খেলা আৰম্ভ কৰিছে। ঠিকেই কৰিছে। এই জীৱনটো দুদিনীয়া, ভোগৰ বাহিৰে আৰু কি আছে ? পৃথিবীলৈ আহি আমি মহাত্মা গান্ধীও নহওঁ, ৰবি ঠাকুৰো নহওঁ, আইনষ্টাইনো নহওঁ। আমি যন্ত্ৰ। আমাৰ কাৰণে এই দুদিনৰ মূল্য মাথোন ভোগত। তোমাক যে একেবাৰে নোপোৱাকৈ গুচি যাবগৈ লাগিব এই চিন্তাই মোক বৰ দুখ দিছে।

—তুমি নো আৰু কি বিচাৰা ? আজি যেন তুমি একেবাৰে বেলেগ।

সেনগুপ্তই উত্তৰ নিদি ভাত খাবলৈ এৰি এইবাৰ অলিলৈ চালে। চকুৰে মুখে তেওঁৰ একুৰা কামনাৰ জুই জ্বলি উঠিছে। তায়ো উত্তেজিত অনুভৱ কৰিলে, কিন্তু নিজক সংযত কৰি ক'লে—এইবোৰ ক্ষন্তেকীয়া ভোগ নহয়। পুৰুষৰ কাৰণে হয়তো বৰ আকৰ্ষণীয়, কিন্তু আমাৰ কাৰণে নহয়।

সেনগুপ্তই ক'লে—তেনেহলে তুমি মোৰ পৰা স্থায়ীভাৱে কি বিচাৰিছা ?

অলি ৰ'ল, তাইৰ মূৰটো ঘূৰি যোৱা যেন লাগিল। কি ক'ব তাই ? বিবাহ ! নাই সেই কথা তাই ক'ব নোৱাৰে। নলিনৰ দৰে সেনগুপ্ত ইমান বিবেচক হ'ব নোৱাৰে। সেনগুপ্ত মৰমিয়াল, কিন্তু চঞ্চল। কিন্তু স্থায়ীভাৱে পোৱাৰ পথ সেই এটাই। তাই ডাইভোৰ্চ কৰিব লাগিব আৰু সেনগুপ্তৰ লগত চিভিল মেৰেজ কৰাব লাগিব। কিন্তু ডাইভোৰ্চ কৰিবলৈ তাইৰ সাহস নাই। পলাশক তাই এৰিব নোৱাৰে। পলাশক তুৰবাই এৰি নিদিয়ে। তদুপৰি নলিনেও তাইক এৰি নিদিয়ে। এৰি দিয়া হ'লে ইমান দিনে এৰি দিলেহেঁতেন। সি তাইক খুব ভাল পায়। তাই যাব খুজিলেও সি তাইক এৰি নিদিয়ে। আৰু এই সমাজখনে তাইক এৰি নিদিয়ে। ডাইভোৰ্চ কৰা জানো এটা সহজ কথা। ক'টত কাৰণ দিব লাগিব। "কি কাৰণ দিব ? তদুপৰি ক'টত থিয় হ'ব কোন লাজেৰে ?



অলি বহি পৰিল। এখন চকীত থৰ হৈ ৰ'ল।

সেনগুপ্তই ভাত খাবলৈ এৰি দি মুখ ধুলে। তাৰ পিচত আহি অলিৰ কাষত বহি ক'লে—কোৱা তুমি প্ৰস্তুত ?

—মই ক'ব নোৱাৰো।

—কেতিয়া ক'ব পাৰিবা ?

—সেইটো কোৱাও টান।

সেনগুপ্তই সুধিলে—কিয় ? মোক জানো তুমি স্থায়ীভাৱে নিবিচাৰা ?

অলিয়ে সেনগুপ্তলৈ চালে। কিন্তু উত্তৰ দিব নোৱাৰিলে। সেই মুহূৰ্তত তেওঁ বৰ মৰমিয়াল সুন্দৰ হৈ উঠিছে। মনটো তাইৰ কিবা লাগি গ'ল। এইজন সেনগুপ্তকে তাই সদায় ধৰি ৰাখিব খোজে, এৰি দিবলৈ টান পায়। তাইৰ মগজুৰ পৰা নৈতিক প্ৰশ্নবোৰ নাইকিয়া হৈ গ'ল। তাইৰ চকুত ফুটি উঠিল এটা উদগ্ৰ কামনা। কেউফালে সকলো শান্ত। মাক আছে পাকঘৰত। বাহিৰলৈ নাহে। বাপেক চহৰত। চাকৰ-নাকৰ পথাৰত। এই নিৰ্জনতাই তাইৰ মনৰ দৃঢ়তা শিথিল কৰি পেলালে।

সেনগুপ্তই ক'লে—কোৱা তুমি মোৰ হ'বা ? একেবাৰে মোৰ।

অলিয়ে সেনগুপ্তৰ মুখখন কঠোৰভাৱে পৰীক্ষা কৰিলে। অলিৰ ভাব হ'ল সেনগুপ্তৰ কথাবোৰ জিভাৰ আগৰ পৰা ওলাইছে। অন্তৰৰ পৰা নহয়। তাই তীক্ষ্ণ দৃষ্টিৰে সুধিলে—তুমি প্ৰস্তুত? ঠিককৈ কোৱা।

সেনগুপ্তই অলিৰ মুখলৈ চাই বুজিলে এই মুখত নাৰীৰ সেই দৃষ্টি ফুটি উঠিছে যি দৃষ্টিয়ে পুৰুষৰ কলিজাৰ ৰূপ দেখা পায়।

সেনগুপ্তৰ মুখলৈ ইমান তীক্ষ্ণ ভাবে আৰু কোনো ছোৱালীয়ে এনেকৈ চোৱা নাই। ইমান ডাঙৰ পৰীক্ষাত উত্তীৰ্ণ হ'বলৈ তেওঁ প্ৰস্তুত নাছিল। সেনগুপ্তই নিজকে চম্ভালিব নোৱাৰিলে। কলিকতাৰ বালিগঞ্জৰ পৰা বাপেক-মাকে চিঠি লিখিছে। সেনগুপ্তৰ পছন্দৰ ছোৱালী নাগপুৰৰ ৰায় পৰিয়ালৰ শোভাৰ কথা। কলেজৰ দিনাৰে পৰা তাইৰ লগত তেওঁৰ কথা-বতৰা। মাজতে তেওঁ কথা তুলি লৈছিল। এতিয়া পুনৰ আকৌ কথা দিছে। সেই কথা যেন অলিয়ে ধৰিব পাৰিছে এনে অনুমান হ'ল সেনগুপ্তৰ। সি ভয় খালে আৰু খুব সেহাই সেহাই ক'লে—প্ৰস্তুত।

কথা কোৱাৰ লগে লগে তেওঁৰ হাতখনত ধৰিলে। অলিয়ে ক'লে—কোৱা মোক নাভাৰিবা। তুমি প্ৰস্তুত!

সেনগুপ্তই অবাক হৈ অলিৰ মুখলৈ চালে, তেওঁ মন কৰিলে অলিয়ে যেন তেওঁৰ অন্তৰ দেখা পাইছে। তেওঁ এইবাৰ উত্তৰ নিদিলে। অলিৰ হাতখনো এৰি দিলে।

কি হ'ল? হাত এৰি দিলা কিয়?

সেনগুপ্তই ক'লে তুমি ইমান উদ্বিগ্ন হৈছা কিয়? এই মুহূৰ্তটো অন্ততঃ মোক ৰেহাই দিয়া। মোক এবাৰ তোমাৰ বুকুত সুমাই লওঁ।

অলিয়ে হাঁহিলে; তাই বুজিলে সেনগুপ্তৰ ভিতৰৰ দুৰ্বলতা খুব ভালদৰে প্ৰকাশ পাইছে। বহুত দিন তেওঁ তাইক এইভাবে গোপনে সাৱটি লবলৈ বিচাৰি অপ্ৰস্তুত হৈছে। তাই তাক অকাতৰে চুমা



খাবলৈ দিছে, তাৰ পৰা তায়ো আনন্দ পাইছে। আজিও এটা বিদায়ী চুমা দিবলৈ তাই প্ৰস্তুত। কিন্তু তাইক স্থায়ীভাবে গ্ৰহণ কৰিব পৰা শক্তি নোহোৱা দেখি তাইক তেওঁৰ প্ৰতি আধা শ্ৰদ্ধা কমি গ'ল। কিন্তু তাই একো ন'কলে। বাধাও নিদিলে। একেথৰে চকীখনত বহি ৰ'ল।

সেনগুপ্তই দেখিলে এই ঘৰত অলি যেন একছত্ৰী সম্ৰাজ্ঞী আৰু সি সম্ৰাজ্ঞীৰ অনুগ্ৰহ প্ৰাৰ্থী। সি আঠু কাঢ়ি অলিৰ উৰুত তাৰ মূৰটো থৈ ক'লে—ইমান দয়া কৰি যে মোক ইয়াত মূৰ থবলৈ স্থান দিছা এয়েই মোৰ ভাগ্য। মই জানো আৰু বেছি পাবৰ যোগ্য নহয়!

অলিৰ মনত সেনগুপ্তলৈ পুতৌ উপজিল। ইতিমধ্যে তেওঁ তাইৰ ওচৰত একৰকম পৰাজিত ভিক্ষুক হৈ ওলাইছেই। তাইৰ আগত সেনগুপ্ত তাহাৰ কাৰণ স্পষ্ট হৈ গ'ল; যোৱাৰ আগতে তেওঁ তাইৰ পৰা পাবলগা সকলো আদায় কৰি লৈ যাব খুজিছে। তাৰ দাম দিবলৈ বা দায়িত্ব গ্ৰহণ কৰিবলৈ তেওঁ অপাৰগ। তাই তেওঁৰ মূৰৰ কেকোঁৰা চুলিবোৰত হাতৰ কিশলয় যেন আঙুলিবোৰ লিৰিকি-বিদাৰি ক'লে—মোৰ যিখিনি দিব পৰা সকলো দিছোঁ আৰু দিবলৈ একো নাই।

সেনগুপ্ত হঠাতে থিয় হৈ এখন চকীত বহিলগৈ।

অলিয়ে মনে মনে বুজি পালে সেনগুপ্তই কি বিচাৰিছে। গৃহিণীৰ আসনৰ পৰা সম্পূৰ্ণৰূপে স্খলিত কৰি তেওঁ তাইৰ দেহ উপভোগ কৰিবলৈ বিচাৰিছে বিদায়ৰ আগমুহূৰ্তত। এইটো তেওঁৰ নীচতা আৰু সুবিধাবাদ। সকলো পুৰুষেই এনে। নাৰীয়ে ভাল পালে তাইৰ পৰা তেওঁ শেষ দাবী হিচাপে বিচাৰে দেহটো। তাইৰ ঘৃণা উপজিল তেওঁৰ ওপৰত, নিৰ্বিকাৰভাৱে তাই বহি ৰ'ল চকীখনত।

অলিৰ নিজৰ ওপৰতো ঘৃণা উপজিল। তাই কিয় ভালপোৱাৰ মাজত লুকাই থকা এই কদৰ্য মঙহৰ লোভটি আগতে দেখা নাছিল তাকে ভাবি অনুতপ্ত হ'ল। নলিনৰ লগত তাইৰ যি সম্পৰ্ক হৈছিল

সি মূলতঃ বৈষয়িক আৰু দৈহিক। তাইৰ দেহ-মন সম্পূৰ্ণৰূপে তাই কেতিয়াও কাকো দিব পৰা নাই। বিশেষকৈ সেনগুপ্তক। কাৰণ সেনগুপ্তক তাই ভাল পাইছিল তেওঁৰ মাজত পুৰুষৰ এক কাব্যিক ৰূপ বিচাৰি। কিন্তু আজি সেনগুপ্তই কবিতাৰ কাঠ সংস্কাৰ কৰিলে। এই গাওঁত মদ আৰু ক্লাব নাই উত্তেজনাৰহিত পৰিবেশ। এনে ঠাইত সেনগুপ্তই তাইৰ দেহ বিচাৰি প্ৰমাণ কৰিছে যে তেওঁৰ পৰিবেশৰ চেতনা নাই।

এচটা শিলৰ দৰে তাই তাত বহি ৰ'ল। বাহিৰত একো শব্দ নাই। কিছু পৰ তাই সেনগুপ্তলৈ চাই ৰ'ল। একেবাৰে পশুৰ দৰে জঘণ্য হৈ গৈছে চেহেৰা। তাই হাঁহিলে, এটা বিকৃত আনন্দও পালে। একমাত্ৰ বিবেকৰ বাহিৰে তাইৰ দেহৰ প্ৰতিবাদ শক্তি অজ্ঞাতসাৰে ক্ষীণ হৈ আহিছিল। তাই অনুভৱ কৰিলে তাই এটা মানুহক নচুৱাইছে। সেনগুপ্তই মাজে মাজে দুই এষাৰ কথা ক'ব খুজিছিল কিন্তু কথা ক'ব নোৱাৰিলে। কথা কয়েই বা কেনেকৈ? সেনগুপ্ত তেতিয়া বাহ্য-জ্ঞান লুপ্ত প্ৰায়। অলিৰ ঘৃণা উপজিল। নলিনতকৈ মানুহটো ভিতৰি ভিতৰি বেছি অক্ষম। বেচি পশু। সি নাৰীক সন্মান কৰিব নেজানে। তাইক সি বেশ্যাৰ দৰে ব্যৱহাৰ কৰিব খুজিছে। সময়ৰ আৰু স্থানৰ জ্ঞান পাহৰি গৈছে। সকলো নৈতিকতাবোৰ জলাঞ্জলি দিছে। পশুৰ দৰে তাইক কেৱল পৰাভূত কৰিবলৈ বিচাৰিছে। সেনগুপ্তক বহুত দিবলৈ তাই প্ৰস্তুত আছিল। কিন্তু ইমান জঘন্য আৰু কুৎসিৎ ৰূপত নহয়। তাইতো বেশ্যা নহয়। তাইতো সাধনী নহয়। তাই যদি আজি এই পাশৱিকতাৰ ওচৰত পৰাভূত হয় তেন্তে সাধনীয়ে হাঁহিব। তাই অনুভৱ কৰিলে বেৰৰ সিপাৰে যেন কোনোবাই জুমি চাই আছে। কোনোবাই যেন হাঁহিছে।

সেনগুপ্ত কিন্তু দমি নগল। তেওঁ মহুয়াৰ কবিতা পাহৰি গ'ল, পাহৰি গ'ল সভ্যতা আৰু ভদ্ৰতা। তেওঁ অলিৰ ফালে কেৱল চাই



ৰ'ল। এবাৰ তেওঁ কব নোৱাৰাকৈয়ে অলিক সাৱটি ধৰিলে। অলি বিবুদ্ধি হৈ ৰ'ল খন্তেক পৰলৈ।

তেনেতে বাহিৰত শুনা গ'ল মাকৰ মাত।

—কি হ'ল, আলহীক কিবা লাগিছিল নেকি?

—সেনগুপ্তই অলিক এৰি আঁতৰি আকৌ চকিত বহিলগৈ। অলিয়ে হাঁহিবলৈ ধৰিলে। তাই সেনগুপ্তৰ কলিজাৰ কঁপনি শুনিবলৈ পালে। তাই আকৌ এটা বিকৃত উল্লাস অনুভৱ কৰিলে। প্ৰথমবাৰৰ কাৰণে তাইৰ অনুভৱ হ'ল সেনগুপ্তক তাই যেনে মানুহ বুলি ভাবিছিল, ঠিক তেনে মানুহ নহয়। সেনগুপ্ত কামুক, কবি নহয়।

মাকে বুজি পালে ঘটনাৰ অলপ আভাস। অলিৰ চেহেৰা চাই বুজিলে। দুদিনৰ মূৰত নলিন ওলালহি। বাপেকে টেলিগ্ৰাম দি মতাই আনিছিল। পুতেকে বিলাতত এজনী পাকিস্থানী মুছলমান ছোৱালী বিয়া কৰাইছে। সি নিৰ্লজ্জ ভাবে ঘৰলৈ চিঠি দিছে। আগৰ ঘৈণীয়েক সগৰ্ভা আছিল। তাইৰো এটা লৰা হৈছে। তাইৰ বাপেক-মাকে বিমোৰত পৰি লৰাৰ বাপেকলৈ পৰামৰ্শ বিচাৰি চিঠি দিছে। ঘৈণীয়েক একেবাৰে জ্বলিপকি আছে। তেওঁ বিলাতলৈকে যাব খুজিছিল, কিন্তু যাব নোৱাৰিলে। মাটিৰ গণ্ডগোল বেছি হৈছে। ডিগবইৰ ফুকনে আহি আৰু উচটাই গৈছেহি মানুহবোৰক। পথাৰৰ পৰা কোনোবাই ধান কাটি নিছে। মাৰোৱাৰীয়ে নিয়া ধানবোৰৰ ট্ৰাকখনৰ দায়ৰ পৰা কোনোৰকম উদ্ধাৰ পাইছে অফিচাৰৰ অনুগ্ৰহত, জীৱনত প্ৰথমবাৰৰ বাবে দুই এপইচা ঘোচ দিব লগা হ'ল। মৰাপাটৰ খেতি নহব আৰু মৈমনচিঙীয়াবোৰ পলাল। মানুহবোৰে আকৌ ভয় খুৱাইছে, ভঁৰাল ভাঙি ধান লৈ যাম বুলি। ঘৰ এৰি থৈ গ'লে বা কি হয়? খাবলৈ নাইকিয়া মানুহৰ সংখ্যা বাঢ়িছে। সিহঁতে কোৰ-কটাৰী বা হাল ধৰিবলৈও লাজ পায়। কাজেই তেওঁৰ মহা

বিপদ। মাটিবাৰী বেচি দি নগৰলৈ নেযায় মানে তেওঁৰ মহা মস্কিল। গতিকে নলিনে গৈ কিবা এটা দিহা দিব লাগে। অলিৰ ককায়েকক ওভোতাই অনাৰো ব্যৱস্থা কৰিব লাগে পাৰিলে। মাক কান্দি-কাটি বাউল। নোৱাৰিলে বোৱাৰী আৰু লৰাটোৰ ভৰণ পোষণৰ ব্যৱস্থা কৰিব লাগে।

নলিনৰ দয়া উপজিল আৰু এৰাতি থাকি সকলো কথাৰে এটা দিহা-পোহা দিবলৈ ৰাজী হ'ল। ৰাতি বহুত বেলিলৈকে ছুয়ো মেল মাৰি ঠিক কৰিলে লণ্ডনৰ তেওঁলোকৰ অফিচ আৰু ভাৰতীয় হাই কমিছনাৰৰ যোগেদি তেওঁ পোনাৰ বিষয়ে সবিশেষ খবৰ অনাব সোনকালে, তাৰ পিচত কি হয় এটা কৰিব। যদি বিয়া হোৱা নাই তেন্তে বিয়া বন্ধ কৰোৱাই লৈ আহিবগৈ লাগিব। পোনাৰ ঘৈণীয়েকৰ গা ভাল হওঁক। ইতিমধ্যে শিৱসাগৰত মাটি কিনি ঘৰ আৰম্ভ কৰিব লাগে।

বিজুলী গতিৰে সকলোৰে এটা সমাধান দি নলিনে ক'লে—দেউতা, খেতিত জমিদাৰী আৰু উদ্যোগত মালিকী স্বত্ব আৰু বেছি দিন নেথাকে। মানুহবোৰ ছচিয়েলিষ্ট হৈ গৈছে দিনক দিনে। আনকি কংগ্ৰেছেও আজিকালি ছচিয়েলিজমৰ কথা কয়।

—কংগ্ৰেছে আমাক একো অপকাৰ কৰা নাই কিন্তু। মুখত ক'ব পাৰে। কংগ্ৰেছী আঘোণা গোঁসাই আৰু পুণাৰাম মণ্ডল নোহোৱা হ'লে ইহঁতে মোক কেতিয়াবাই ছুছোৱা কৰিলেহেঁতেন।

নলিনে তেওঁলোকক জানে। সেইবাবে হাঁহি কলে—কলেজত থাকোতে ময়ো অলপ অলপ ছচিয়েলিষ্ট আছিলোঁ। এইবোৰ মানুহ অসৎ মানুহ দেউতা। ইহঁতে লাভ নহলে কাকো সহায় নকৰে।

শহুৰেকে ক'লে—হওঁতে মাজে মাজে শকত চান্দা নিয়েহি আহি। আৰু নিদিনো থাকো কেনেকৈ? মোৰো তিতা লাগিছে। বোপা-ককাৰ দিনৰ মাটি খোৱা মানুহবোৰৰ লগত আঁতৰি হৈনো থাকিবা কিমান দিন?



নলিনে ক'লে—থাকিব নেলাগে। কিহৰ কাৰণেনো থাকিব? ঘৰ এখন কৰক।

—আয়েৰে নুশুনে। মই কৈছো, সময় বেয়া। নগৰত অন্ততঃ আইন আছে, ইয়াত সিও নাই। কি বোলা? তদুপৰি ঘৰৰ দাঁতিতে সদায় সেই সাধনীজনীয়ে বলকি থাকে। ওলাওঁতে সোমাওঁতে পোনাৰ কীৰ্তি বখানে। সি বোলে মাটিৰ ভাগ বিচাৰে। দেখিছা সাহটো। দত্ত পৰিয়ালৰ প্ৰতাপ আৰু নাই। ই পোনাই খালে।

নলিনে হাঁহিলে। এই বাৰ্থ কণ্ট্ৰলৰ দিনত এনে এটা প্ৰব্লেম হোৱাটো নিশ্চয় দুখৰ কথা। পোনাৰ এই ভুলটো চেঙেলীয়া কালৰ, কাজেই এনে হ'ল। সি একো নেমাতিলে। কিন্তু সাধনীয়ে যে এটা সমস্যাৰ সৃষ্টি কৰিছে সি সঁচা কথা।

বাপেকে ক'লে,—সাধনীৰ লৰাটো ডাঙৰ নেতা এই ডোখৰত।

—তাৰ নাম কি?

—মাধব।

মাধব নামৰ এটা লৰা গৈ মাজে মাজে ফুকনৰ তাত থাকি আহেগৈ। অ'ত ত'ত বক্তৃতাও দিয়ে। সিয়েই বোধ হয়।

কিন্তু বিশেষ আগ্ৰহ নাইকিয়া হ'ল জানিবলৈ। ফুকনে তাক বৰ মৰম কৰে। কিন্তু লৰাটোৰ বিশেষ যোগ্যতা নাই। অলপতে খং উঠে, ওফাইদাং মাৰি কথা কয়।

কথা শেষ হ'ল। বাপেকে উঠি গা ধুবলৈ গ'ল। ভাত খাই নলিন শোৱা কোঠালৈ আহিল। বহুত পৰিবৰ্ত্তন হৈছে শহুৰেকৰ ঘৰত। কিন্তু প্ৰথম দিনা অলিক লগ পোৱা কোঠাটোৰ অৱস্থান একেই আছে। বৰ নিৰ্জন আৰু চেঁচা কোঠাটো। নলিনে স্লিপিং পাইজামা আৰু গেঞ্জিটো পিন্ধি এটা চিগাৰেট জ্বলাই বিচনাত পৰি মেজৰ পৰা এখন কিতাপ লৈ পঢ়িবলৈ গল। দেখিলে 'মহুয়া'। সেনগুপ্তই দিয়া। হাঁহি উঠিল। সেনগুপ্ত এতিয়াও কিতাপ প্ৰেজেণ্ট দিয়া যুগতে আছে। সি কিতাপখন খুলি পঢ়িলে,—

তুজনেৰ চোখে দেখেছি জগৎ
দোঁহাৰে দেখেছি দোহে—
মৰুপথতাপ তুজনে নিয়েছি সহে।
ছুটিনি মোহন-মৰিচীকা পিছে পিছে
ভুলাই নি মন সত্যেৰে কৰি মিছে
এই গৌৰবে চলিব এ ভাব
যত দিন দোঁহে বাচি।
এ বাণী, প্ৰেয়সী, হোক মহীয়সী
তুমি আছ, আমি আছি।

কিছু বাস্তৱতা আছে ৰবি ঠাকুৰৰ কবিতাত। সত্যক অন্ততঃ অস্বীকাৰ কৰা নাই তেওঁ, নলিনে ভাবিলে। লাভ কি অস্বীকাৰ কৰি? দেহৰ পৱিত্ৰতা বিচৰা নাৰী পুৰুষে ছেক্স কি বস্তু নেজানে। মানুহে এজনীৰ লগত ঘৰ কৰিব পাৰে, তাৰ কাৰণ সন্তানৰ ভৱিষ্যত আৰু সম্পত্তিৰ সংৰক্ষণ। কিন্তু এজনীৰ লগতে অসহনীয় হলেও চিৰকাল সহবাস কৰাটো প্ৰাচ্য নিৰ্বোধতা। তাৰ মনত পৰিল ইটালিয়ালৈ। তাইৰ দৰে বুকু আৰু উৰু অলিৰ নাই। মিছেছ বাপটৰ গাল তুখন বৰ শুৱনি পাইন গছৰ জোপোহাৰ দৰে, কিন্তু ইটালিয়াৰ দেহ বেছি আকৰ্ষক। তদুপৰি ইউৰোপীয় ছোৱালীৰ মাজত যি লাস্য আৰু কাম-কলাৰ আবেদন আছে, ভাৰতীয় নাৰীৰ মাজত নাই। ইটালিয়াৰ লগত তাৰ দেখা হৈছিল ৰোমৰ এটা হোটেলত। তাই আহিছিল ভেনিচৰ পৰা। সি আহিছিল জেনেভাৰ পৰা। এৰাতিৰ সম্পৰ্ক তাৰ পিচত আৰু নাই। অলিৰ জড়তা তাইৰ মাজত নাছিল। অলিয়ে গম পায় কথাবোৰ। সি সত্যবোৰ গোপন নকৰে। সকলো কথা কয় অলিৰ আগত। অলিয়ে এইবোৰ কথাত আঘাত পাইছিল, কিন্তু পাচত সহ্য কৰিবলৈ শিকিলে। মিছেছ বাপটৰ লগত হলিগলি হোৱাৰ পিচতহে তাই অধৈৰ্য্য হৈ তুৰ্জয় প্ৰতিশোধৰ ভাৱত সেনগুপ্তৰ



লগ ললে। কিন্তু অলিৰ মনত পবিত্ৰতাৰ ভাব ইমান বেছি যে তাই কেতিয়াও স্বস্থানচ্যুত নহয়।

সেনগুপ্তৰ কণ্টেক্ট শেষ হৈ গ'ল ইতিমধ্যে। এতিয়া আৰু কোনো ভয় নাই। সিও প্ৰস্তুত হৈছিল তাইকেই লৈ জীৱনৰ বাকীছোৱা কটাবলৈ। বকুলৰ কথা অলিয়ে আওপাকে লিখিছিল। বেছ লাহী মিহি মিঠাবৰণীয়া ছোৱালীজনী। কথাই কথাই জিভা উলিয়ায়। বৰ্ চোকা ছোৱালী। সি কিবা এটা আৰম্ভ কৰিলেই সেইটো কোনে ক'ত কেতিয়া কৈছিল কৈ দিয়ে। ভাল চাইকলজি জানে। তাই তাৰ লগত খুব কথা পাতে। বন্ধুৰ দৰে। তাইৰ কথাত কোনো সীমা নাই। নলিনে খুব তৃপ্তি পায়। এনে অসমীয়া ছোৱালী খুব কমেইহে আছে এই পৃথিবীত। কিন্তু বকুলৰ প্ৰতি তাৰ চেনেহৰ ভাবৰ বাহিৰে আন একো নাই।

অলি যেতিয়া আহিল তেতিয়া হাতত এধাৰ বকুল ফুলৰ মালা লৈ আহিছিল, তাকে দি ক'লে, "বকুল নাই, ফুলকে লোৱা।"

হাঁহিবলৈ লাগিল নলিনে। ক'লে,—তোমাৰ হাঁহি ঘূৰি আহিছে দেখিছোঁ।

অলিয়ে মুগাৰ ৰিহা মেখেলা এজোৰ পিন্ধিছিলে। নলিনে ক'লে—তোমাৰ পৰিবেশ-চেতনা বৰ প্ৰখৰ। গাওঁ পাই গাৱঁলীয়া প্ৰিয়া হ'লাহি। বৰ ভাল লাগিছে তোমাক।

—তোমাৰ এই প্ৰশংসা অন্তৰৰ পৰা আহিছেনে?

নলিন স্তব্ধ হ'ল আৰু নিজকে যথাসম্ভৱ চম্ভালি ক'লে—আন বহুত ছোৱালীৰ আগত কথা কলে মই নিৰ্বিঘ্নে এনেকৈয়ে কওঁ। কিন্তু তোমাৰ ওচৰ পালে মোৰ চপলতা নাইকিয়া হৈ যায়। তোমাৰ চকুহালে পুৰুষৰ ভিতৰলৈকে যেন দেখে।

অলিয়ে হাঁহি এটা তৃপ্তি পালে আৰু ভাবিলে নলিনে তাইক হাড়ে-হিমজুৱে চিনি পোৱা হৈছে। তাইৰ লগত চাটু বাক্য নচলে এই কথা সি জানে। অলিয়ে ক'লে,—তুমি মোক বৰ বেছি দূৰদৰ্শী

বুলি ভাবা। কিন্তু নহয়। মই একো নেদেখো। ভাল কোনটো বেয়া কোনটো তাকে ধৰিব নোৱাৰো।

নলিনে ক'লে—ভাল বেয়াতো মনৰ ধাৰণা মাত্ৰ। তুমি যেতিয়া সেনগুপ্তক ভাল পালা, তেতিয়া মই ভাবিছিলো তুমি বেয়া কৰিছা। কিন্তু যেতিয়া ভাবিলো কিয় বেয়া কৰিছা তেতিয়া উত্তৰ বিচাৰি নেপালো। মানুহে সংসাৰ কৰিলে বুলিয়েই নিজৰ মনৰ প্ৰবৃত্তিবোৰো অস্বাভাৱিক ৰূপে দমন কৰি থব নে? সংসাৰে মানুহৰ প্ৰকৃতিৰ লগত মিল নথকা কিছুমান ভাল-বেয়াৰ ধাৰণা কৰি থলেই হ'বনে? তাৰ পিচত ভাবিলো মইনো নিজে কি? ময়োতো নিজৰ প্ৰবৃত্তিক সংযত কৰি ৰাখিব পৰা নাই। মদ খাই মাতলামি কৰিছোঁ, ৰূপৰ আৰু ভোগৰ তৃষ্ণাত দেইপুৰি মৰিছোঁ। মোৰ যিমান বেয়া পোৱাৰ অধিকাৰ আছে, সিমান তোমাৰো বেয়া পোৱাৰ অধিকাৰ আছে।

অলিয়ে হাঁহিলে। নলিনে আত্মবিশ্লেষণ কৰি নিজক সম্পূৰ্ণ ৰূপে উদঙাই দিলেও এইটো তেওঁৰ আচল মূৰ্ত্তি নহয়। আচল মূৰ্ত্তিটো হ'ল ভোগীৰ মূৰ্ত্তি। দুদিনীয়া জীৱনত খাই-বৈ আৰু নাৰীৰমণ কৰি ভোগ কৰাই হ'ল তাৰ ধৰ্ম। অলিক আজি কথাৰে তেওঁ যিমান স্বাধীনতা দিছে কাৰ্যতঃ সিমান দিবলৈ ৰাজী নহয়। নহলে সেনগুপ্তৰ লগত প্ৰেম আৰম্ভ হোৱাৰ লগে লগেই তেওঁ ইমান সতৰ্ক নহ'লহেঁতেন। নলিনৰ অন্তৰ যেন শূন্যতাৰ অৱসাদে ভৰি পৰিছিল সেই কালছোৱাত। আজি সেনগুপ্ত যোৱাৰ লগে লগে সি যেন খুব উদাৰ হৈ পৰিছে, এনে ভাব সত্য বুলিব নোৱাৰি।

অলিয়ে সেইবাবে আজি একেবাৰে মন বান্ধি আহিছিল নলিনক আঘাত দিবৰ বাবে। এগৰাকী বিবাহিতা নাৰী থাকোতে আন নাৰীৰ প্ৰেমাসক্ত হোৱাতো সেই নাৰী গৰাকীৰ পক্ষে কিমান অপমান-জনক তাক তেওঁ কিয় উপলব্ধি কৰিব নোৱাৰে। অলিয়ে সেইবাবে ক'লে—তোমাৰ বুদ্ধি উদাৰ, কিন্তু মন বৰ ঠেক, আপোনপেটীয়া।

—কিয়?



অলিয়ে তাৰ কাষত বিচনাত বহি তাৰ নোমাল বুকুখনত হাত থৈ ক'লে—কিয় তাক মই নকলেও হ'ব। ইটালিয়া, মিছেছ বাপট আৰু বকুল এই কেইজনী মানুহৰ শাৰীতেই জানো মোৰ স্থান নহয়। ময়ো জানো নটী নহয়?

—অলি! তুমি পবিত্ৰা, সেই কাৰণেই তোমাক দেবীৰ দৰে ৰাখো। আনকতো ৰখা নাই। আৰু বকুলক মই ভনীৰ চকুৰে চাও।

—কিন্তু মইতো প্ৰমাণ কৰিলো মই দেবী নহয়, মই অপবিত্ৰা······

নলিনে হাঁহি তাইক বুকুৰ মাজলৈ টানি ক'লে—এইবোৰ ছোৱালী একোটা সময়ত আহি যায়। তুমি পুৰুষ হ'লে বুজিলা-হেঁতেন।

মোৰ বুজাৰ অভ্যাস আছে, কিন্তু নাৰী হলে তুমিও বুজিলেহেঁতেন এনে ধৰণৰ সমস্যাত নাৰীও ভোগে। তথাপি নাৰীয়ে কেতিয়াও ইমান স্বাধীনতা লব নোৱাৰে। স্বাধীনতাৰ অৰ্থ স্বেচ্ছাচাৰিতা নহয়।

নলিনে খুব ভাল পালে। বকুলৰ লগত তাৰ উদাৰ মধুৰ সম্পৰ্কৰ কথা ভাবি তাৰ নতুন ভাৱ হৈছে। তাৰ যৌৱনৰ তেজ-মাংস লাহে লাহে চেঁচা পৰি আহিছে। এতিয়া তাৰ লগত অলিৰ অবিচ্ছিন্ন মিলনৰ সময় আহিছে। সি অলিক বুকুৰ মাজলৈ টানি আনিব খুজি কলে—বাৰু আজিৰ পৰা মই সদায় তোমাৰ হৈ থাকিম। এই প্ৰতিশ্ৰুতি কেতিয়াও নেৰো। হ'লনে? বকুল আমাৰ মাজত সোমোৱা নাই আৰু আন কোনো সোমাব নোৱাৰে।

অলিয়ে স্থিৰ হৈ থাকিল, হঠাতে তাইৰ মনত পৰিল সেনগুপ্তই তাইক ক্ষুধাৰ দৃষ্টিৰে চোৱাৰ কথা। তাইৰ বিৰাগ উপজিল। সকলো পুৰুষেই এনে—সম্ভোগৰ সময়ত সিহঁতে নাৰীক সকলো প্ৰতিশ্ৰুতি দিয়ে, পিচ মুহূৰ্ত্ততে কিন্তু পাহৰি যায়।

অলিয়ে বাধা দিয়া দেখি নলিনে নিজৰ হাতখনো লাহে লাহে এৰি দি সুধিলে,—আমাৰ সম্বন্ধ এটা জীৱনৰ বাবে অলি। মই যিমানেই যি নকৰো কিয়, মই পিতৃ, তুমি মাতৃ। আৰু পলাশ আমাৰ

একেলগে থকাৰ সাথী। সকলোতকৈ ডাঙৰ কথা কি জানা? যিমানেই অতপালি নকৰো মই বা যিমানেই তুমি অভিমান নকৰা আমাৰ এই সম্বন্ধই স্থায়ী। আমি একেটা ঘৰতে থাকিব। মৰাৰ পিচতো ছবি হৈ বা স্মৃতি হৈ আমাৰ লৰাৰ মাজত থাকি যাম। বাকী জীৱনটো তোমাৰ দয়াৰ ওপৰত মই বাচি ৰম। আৰু যিবোৰ আমাৰ জীৱনলৈ আহিল গল তেওঁলোক হল অঘৰী। জনাইতো মিছেছ বাপটে ডাইভোর্চ কৰিছে। ইটালিয়া বেশ্যা। মই সঁচাকৈয়ে তোমাৰ ওচৰলৈ আহিছো আৰু উভতি নেযাওঁ। তুমি সেনগুপ্তক পাহৰি পেলোৱা।

অলিয়ে চকুপানী টুকিবলৈ বাধ্য হল। তাই বুজিলে সেনগুপ্ত ইমান জ্ঞানী নহয়। সেনগুপ্ত এজন তৰলচিতীয়া যুৱক যাৰ অন্তৰত মৰম আছে কিন্তু মৰমৰ দায়িত্ব নাই। নহলে তাই নিজক প্রস্তুত কৰা সত্বেও তেওঁ কিয় তাইক গ্রহণ কৰিব নোৱাৰিলে? তেওঁ তাইৰ দেহ ভোগ কৰি তাইক মৰমৰ একমাত্র প্রতিদান দি যাব খুজিছিল। কি দায়িত্বহীন মানুহটো।

তাই বুজিলে নলিনক অস্বীকাৰ কৰিবৰ পথ তাইৰ ৰুদ্ধ।

তাই নিজৰ দেহ শিথিল কৰি দিলে। নলিনৰ বুকুত ঢলি পৰিল। চকুপানী দুটোপা গৈ তাৰ বুকুত পৰিল।

নলিনে দেখিলে অলিৰ দেহত এতিয়াও যৌৱন অটুট আছে। বুকুৰ কোমল মঙহ খিনিৰ সিপাৰে কেঁচা কলিজাৰ কঁপনি উঠিছে। সেই কঁপনি তাৰ বুকুত লাগিছিলহি। এই যৌবনেই তাৰ শেষ আশ্রয়।

বহুত সময় কাৰো মুখত কথা নোলাল।

বাহিৰত মাকৰ মাত শুনা গল। অলিক মাতিছে। অলি ওলাই গল। মাকে তাইক গোঁসাই ঘৰলৈ মাতি নি কলে—গোঁসাই সেৱা কৰ।

—কিয় মা!

—তই বহুত পাপ কৰিছ। হেজাৰ হওক সি তোৰ স্বামী।



যা গোঁসাই সেৱা কৰি সেই শিলৰ বাটিটোৰ পানী লৈ যা আৰু তাৰ পদজল খাগৈ।

অলিয়ে সেৱা কৰিলে। কিন্তু শিলৰ পানী বাটি আনিবলৈ ইতস্ততঃ কৰিলে। মাকে কলে,—ৰলি কিয়? ধৰ্ম এৰা বাবে তহঁত সকলো অধঃপতনে গৈছ। এইটো হল তহঁতৰ প্রধান পাপ। পোনাই প্রথমতে কলেজত পঢ়ি আহি গোঁসাই সেৱা এৰিলে। চা তাৰ কি হলগৈ। তয়ো উদ্ধত হলি। সেই দিনা সেনগুপ্ত কিয় আহিছিল? তহঁত সকলো ৰৌ ৰৌ নৰকত পচি মৰিবি। আগেয়ে ভাবিছিলো সাধনীৰ কথাবোৰ মিছা। কিন্তু হাতে হাতে যেতিয়া প্রমাণ পালো তেতিয়া বুজিলো এই ঘৰৰ সকলো জহান্নামে গল। লৰা-ছোৱালী বেশ্যা হল। আৰু বাপেৰ গৈ হল যোচ দিয়া চোৰাং বেপাৰী। এতিয়া গাওঁ এৰি নগৰলৈ যাব খুজিছে। মই নেযাওঁ। মোৰ শ ইয়াতে বাহী হব। যাওক বাকীবোৰ।

অলি অবাক হল। তাই কি ক'ব কি নক'ব একো কব নোৱাৰিলে। মাকৰ বুকুত যে এনেকুৱা একুৰা তুঁহ জুই উমি উমি জ্বলি আছিল তাক তাই ধৰিব নোৱাৰিছিল। এই কুৰা যেন পাহাৰত ৰাতি আপোনা আপুনি জ্বলি উঠা জুই।

মাকে কলে—তহঁতি মদো খাৱ বোলে হয়নে? সেইবোৰ এৰিলো বুলি আজি শপত খা। মোৰ অবিহনে যি কৰ কৰিবিহঁত। কিন্তু মই থাকো মানে ব্যভিচাৰ নকৰিবি।

অলিয়ে লাহেকৈ কলে "বাৰু মা মই আৰু মদ নেখাওঁ। কিন্তু জোৱাইকো এবাৰ কবা।" এই বুলি তাই শিলৰ বাটিটোত পানী লৈ নিজৰ কোঠালৈ গুচি গল।

নলিনে উৎকণ্ঠিত হৈ সুধিলে—মাই কি কলে অলি?

—তোমাৰ পদজল খাবলৈ কৈছে।

—মোৰ পদজল? মাই তোমাৰ পদজল মোক খাবলৈ কোৱা হলেহে সুবিচাৰ হলহেঁতেন।

অলিয়ে হাঁহিলে। কলে—চাও ভৰিটো দিয়াচোন।

নলিনে হাঁহি কলে—ওচৰ চাপি আহাঁ। অলি ওচৰ চাপি গলত নলিনে শিলৰ বাটিটো হাতত লৈ নিজৰ ভৰিটো লগাই দি কলে—হ'ল খোৱা।

অলিয়ে বাটিটো লৈ খাব খোজোতেই হঠাতে নলিনে তাইক টানি আনি বুকুত সুমাই কলে—তোমাৰ এজনী মা আছে। মোৰ যে কোনো নাই। তোমাৰ পাপৰ খণ্ডন তেওঁ কৰিলে। কিন্তু মোৰ পাপ কোনে খণ্ডাব? তুমিয়ে খণ্ডাবা আহাঁ।

এই বুলি তাইক বুকুত জোৰেৰে সাবটি ধৰিলে। শিলৰ বাটিৰ পানী খিনি বুকুত পৰি বুকুখন তিতি গল নলিনৰ।

## এঘাৰ

পিচদিনা শিৱসাগৰৰ পৰা ফোন কৰি নলিনে দুদিনৰ ছুটী বেছিকৈ বিচাৰিলে; কিন্তু কোম্পানীয়ে কলে 'লেবাৰ ট্ৰাবল' খুব বেছি হৈছে বনাছ লৈ, গতিকে ছুটী নেপায়। অগত্যা ৰাতি ভাত খাই উঠি ডিগবইলৈ যোৱাৰ ঠিক কৰি নলিন উভতি আহিল। আৰু দুপৰীয়া আহি ঘৰত খবৰ দিয়াৰ লগে লগে শহুৰেকে গম্ভীৰ ভাৱে কলে—"কোনো প্ৰয়োজন নাই নলিন। নিৰ্মালীয়ে আমাক একেবাৰে ত্যাগ কৰি চিঠি দিছে। তাই বোলে বাপেক-মাকৰ টকাৰে এম, এ, পঢ়ি প্ৰফেচৰ হ'ব। ভালেই হ'ল। কিন্তু নাতি লৰাটোৰ কথাহে ভাবিছোঁ। সি আৰু আমাক ককা বা বুঢ়ী আইতা বুলি বিচাৰি নাহে।"

নলিনে নিৰ্মালীৰ সিদ্ধান্ত শুনি আচৰিত হ'ল—"এইটো ভুল কৰিছে নবৌৱে।"

ভুল-শুদ্ধ বিচাৰকৰাৰ ক্ষমতা মোৰ হেৰাই গৈছে নলিন। তুমি থাকোতেই আমাৰো কিবা এটা গত লগাই যোৱা। মাৰাই কলে এই ভেটিতে হাৰ পেলাব। ইপিনে গাৱঁত সাধনীৰ পুতেকে মিটিং পাতিছে। সিহঁতে খেতি কৰিব কিন্তু আধিৰ ধান নিদিয়ে। দিলেও কমাই দিব। তাৰ মানে মাটিৰ ধান আৰু নোপোৱা। ভাবিছোঁ মাটিবোৰ বেচি দি গুচি যাওঁ। কিন্তু এওঁ নেযায়। এতিয়া জানো পাপ-পুণ্য বিচাৰ কৰাৰ সময় আছে। সংসাৰখন যেনি গৈছে তেনিহে যাব লাগিব।"

নলিনে কলে—"বাৰু মাৰ লগত মই কথা পাতিম।"

—পাতা। আঘোণা গোঁসাই আৰু পুণাৰাম মণ্ডলে মাটি কিনিব। বেচি দিওঁ। সিহঁতৰ হাতত মাটি থাকিলে চলাব পাৰিব।

নলিনে কোঠাত কাপোৰ-কানি সলাই গৈ পাক ঘৰ পাই তাতে মূঢ়া এটাত বহি কলে, “মা এই ভগা ঘৰত থাকি কি কৰিব? বলক ডিগবইলৈকে যাওঁগৈ।”

শাহুৱেকে ক'লে “তুমিও গলে ভাল বোলানেকি?”

—“অঁ। ইয়াত থাকিলে অলিয়েও বৰ দিগদাৰি পায়। সদায় চিন্তা কৰি থাকে। আৰু চহৰত ঘৰ এখন হলে কিজানি নাতিকো ঘূৰাই পায়। ইয়াত থাকিলে পোনাতো আৰু উলটি নাহে।”

শাহুৱেকৰ চকুপানী ওলাল। নাতিটোক যে আৰু শাখিনী বোৱাৰীয়ে ওলোটাই নিদিয়ে তাক তেওঁ ইতিমধ্যে বুজি পাইছে। এনে মানসিক অৱস্থাত অলি গুচি গলে তেওঁৰ ইয়াত থকা টান হব। কিন্তু এই ঘৰ এৰি দিলে জানো ধৰ্ম থাকিব? বুঢ়ীয়ে ক'লে “বাৰু জানিবা গলোৱেই। তোমালোকে মোক কি সুখ দিবা? চহৰত মই কি শান্তি পাম? ইয়াত অন্ততঃ গোসাই ঘৰটোত কিবা অকণ শান্তি পাওঁ। গোসাই গ'লে মোৰ আৰু একো নেথাকে। অলিক মই কৈছোঁ ধৰ্ম নেৰিবি। সেই সেনগুপ্তনে ফেনগুপ্ত সেইডাল ইয়ালৈ আহিছিল। গঢ়গতি দেখি মই বৰ দুখ পাইছোঁ। এইবোৰ ব্যভিচাৰৰ মাজলৈ মোক টানি নিয়া?”

নলিনে অস্বস্তি বোধ কৰিলে। নজনা ভাও ধৰি সি কলে, —“কি হলনো মা?”

অলিয়ে কোৱা নাই?

—ওহোঁ।

—তাইক সুধিবা।

নলিনে হাঁহিলে, কিন্তু মনত সন্দেহ হ'ল। তথাপি সংযত হৈ ক'লে,—“সেইবোৰ বাৰু যাওক। আপুনি আজি ওলাওক। গোসাই ঘৰ লাগে যদি মই সজাই দিম। অলিকো বুজাব-বঢ়াব পাৰিব। পলাশেও আপোনাক দেখা নাই।”

পলাশৰ নাম ক'লতে শাহুৱেকৰ অভিমান হল। কলে,—“এৰা



এদিনলৈকো তুমি তাক ইয়ালৈ অনা নাই। তাক নেদেখাকৈয়ে মই চকু মুদিম। তোমালোকে আমাৰ হেপাহৰ কথা একো নুবুজা।”

নলিনে শাহুৱেকৰ ফালে চাই আচৰিত হ'ল। যিজনী শাহুৱেকক ইমান দিনে দূৰৰ পৰা চাইছিল, তেওঁক আজি ওচৰৰ পৰা দেখিলে। পলাশে এতিয়ালৈকে ককাক-বুঢ়ীমাকক দেখা নাই। তাৰ দুখ লাগিলে, কলে,—“পলাশৰ জাৰৰ বন্ধ হ'ল, সি আহিব। বলক মোৰ লগতে। দেউতা পাচে-পৰে যাব নহলে।”

“—ওহোঁ। তেখেতক অকলে ইয়াত এৰি যাব নোৱাৰো। এনেয়ে শত্ৰু বেছি, তাতে লগবোৰ বেয়া। তেখেতৰো খং বেছি। বংশৰ গৌৰৱ এৰিব পৰা নাই। পূৰ্বতে বোলে ৰজা ঘৰৰ বিষয়া আছিল আজো ককাক। হ'ব পাৰে। আজিকালি কোনে কাৰ মুখ চাই কাম কৰে। এইখন হ'ল ইতৰৰ ৰাজত্ব। কাম কৰিবলৈ টান পোৱা হ'ল। স্বাধীন হৈ জানিবা মহা কাল হ'ল।”

—“তেন্তে তেখেতকো লগত লওক।”

বুঢ়ীয়ে চিন্তা কৰিলে কিছুপৰ। তাৰ পিচত ক'লে “বাৰু তিনি চাৰি দিনৰ বাবে ঘৰখন চমজাই যাব পাৰোঁ আমাৰ মহত্ত কাইক। বৰ বিশ্বাসী লগুৱা।”

বুঢ়ীক সন্মত কৰি নলিনে বুঢ়াকো ক'লেগৈ কথাটো। তাৰ পিচত শোৱা কোঠাত আহি দেখিলে অলিয়ে একান্তমনে টুলখনত বহি উল গুঠি আছে।

নলিনে কাষলৈ গৈ হাতখন ধৰিব খোজোতেই অলিয়ে উঠি গৈ বিচনা পালেগৈ আৰু তাত বহি উল গুঠিবলৈ লাগিল।

—কোৱাচোন কাৰ বাবে উল গুঠিছা?

—তোমাৰ বাবে।

নলিনে ক'লে বিশ্বাস হোৱা নাই। আজি বহুত বছৰ তুমি মোলৈ চুৱেটাৰ গোঠা নাই।

অলিয়ে অভিমানত গোঠা উলখিনি পেলাই দি ক'লে—তুমি

মোক এতিয়াও অবিশ্বাস কৰা। এটা খবৰ কম বুলি ভাবিছিলো নকওঁ। —তাইৰ মুখখন একেবাৰে ৰঙা পৰি গ'ল।

নলিনৰ গা চেৰালে, মনটো সন্দেহেৰে ভৰি গ'ল, কোৰাঁ কেতিয়া?

—দহ মাহ দহ দিনৰ মূৰত গম পাব।

নলিন জঁয় পৰি গ'ল। সি তীক্ষ্ণ ভাৱে সুধিলে, সেনগুপ্ত কেতিয়া আহিছিল? মাৰে কৈছে।

অলিয়ে বিতত হৈ কলে—কি কৈছে মাই?

শ্লেষৰ হাঁহি মাৰি নলিনে ক'লে, বিশেষ একো কোৱা নাই। সেনগুপ্তক বৰ ভাল পোৱা নাই।

অলিয়ে কাতৰ ভাৱে ক'লে, বিশ্বাস কৰ, সেনগুপ্ত নির্দোষী।

—নাই অলি।

—যাওঁক, তুমি বৰ বেয়া মানুহ।

—মই বেয়া মানুহ। তুমি মোক আৰু বেয়া কৰিলা।

তাৰ মুখখন মোলান পৰি গল।



## বাৰ

দত্তই গোসায়ো এৰিব পাৰে, কিন্তু মাটি এৰিব নোৱাৰে। আহিবৰ সময়ত আঘোনা গোঁসাই আৰু পুণাৰাম মণ্ডলক মাটি চমজাই দি আহিছিল। কিন্তু দুদিন ডিগবইত থাকোতেই তেওঁ খবৰ পালে, গাৱঁৰ দুখীয়া খেতিয়কবোৰে এখন সভা পাতি কৃষক সংঘ গঠন কৰিছে। তেওঁলোকে সাধনীৰ লৰাৰ প্ৰৰোচনাত পৰি 'নাঙল যাৰ মাটি তাৰ' এই ভাৱৰ প্ৰস্তাৱ গ্ৰহণ কৰিছে। আধিখোৱা মানুহবোৰে মাটিৰ কেচা পট্টা বিচাৰিছে। তাৰে যিবোৰ লাওলোৱা হৈ ওচৰৰে পাইপলাইনৰ কাম আৰু ডিগবই আদিত কাম কৰিবলৈ গৈছে সেইবোৰেও সংঘক সমৰ্থন কৰিছে। ডিগবইত থাকিয়েই দত্তই শিৱসাগৰৰ উকীলৰ পৰা খবৰ পাই আছিল। আঘোনা গোঁসাই আৰু পুণাৰাম মণ্ডলে মাটি কিনিম বুলি পিচ হুহঁকিছে। সেই কাৰণে দত্তই কিনাৰাম আগৰৱালাৰ ওচৰ চাপিছে। দত্তৰ বেছি ভাগ মাটিয়েই চেউনি আলিৰ দাঁতিত। কাজেই মাৰোৱাৰীয়ে তাক কিনিবলৈ সন্মত হৈছে। দৰ-দাম চলি আছে।

বজাৰ ভাও বিচাৰি উকীল ছাব-ৰেজিষ্ট্ৰাৰৰ অফিচলৈ অহা-যোৱা কৰি আছে। মাৰোৱাৰীয়েও দৰদাম কৰিছে। ইপিনে নলিনে শিৱসাগৰৰ আমোলাপট্টিত মাটি লৈ ঘৰ সজাইছে। ভৱিষ্যতে যেতিয়া ঘৰ অলিয়েই পোৱাৰ আশা, দুৱৰাই বিনা চিন্তাৰে গাত লাগি কাম কৰিছিল। কাৰণ পোনা পাকিস্থানী নাগৰিক হৈ যোৱাৰ খবৰ ইতিমধ্যে আহি গৈছে। অৱশ্যে নিৰ্মালী নবৌৰ কথাটো এতিয়াও অমীমাংসিত।

খুব জোৰেৰে ঘৰৰ কাম আগবাঢ়িল। ইপিনে ডিগবইৰ চাংবঙলাত থাকি অলিৰ মাক অতীষ্ঠ হ'ল। প্ৰথম দুদিন তেওঁ প্ৰায় লঘোণেই ৰ'ল। 'তৃতীয় দিনা বঙলাৰ এটা কমতে কোনোৰকম

পগাই খালে। কিন্তু ক্ৰমৰ পৰা নোলোৱা হ'ল। বঙলাৰ ভিতৰত মদ, কুকুৰা, বেকন আৰু আন আন নিষিদ্ধ বস্তুৰ অবাধ গতি। আলহীও আহে ৰকম ৰকম। এদিন আহিছিল সুনন্দ শৰ্মা, যাৰ এংলো ইণ্ডিয়ান টাইপিষ্ট এগৰাকীৰ লগত বিবাহ হৈছে। বুঢ়াৰ লগত অলিয়ে চিনাকি কৰি দিয়াৰ পাচত বুঢ়ীয়ে নাক কোচালে আৰু অপ্ৰস্তুতো হ'ল। আন এদিন আহিল স্বয়ং কোম্পানীৰ মেনেজাৰ মিঃ ভেৰউড আৰু তেওঁৰ পত্নী মিছেছ ভেৰউড। তেওঁলোকৰ আগত তেওঁ নোলালেই। গাৱঁৰ আঘোনা গোঁসাই আৰু ডিগবইৰ সুনন্দ শৰ্মাৰ মাজত আকাশপাতাল প্ৰভেদ। অথচ দুয়ো বোলে আদিতে একে ঘৰৰেই মানুহ।

মানুহৰ কথা জহন-তহন, কিন্তু মদ খোৱা আৰু নচাৰ কথা শুনি অলিৰ মাক একেবাৰে পাগলৰ দৰে হ'ল। এদিন যেতিয়া ৰাতি ক্লাবৰ পৰা উভতি আহোতে স্বয়ং অলিৰ মুখত মদৰ গোন্ধ পালে তেতিয়া মাকে ক'লে,—"তহঁতে মোক থৈ আহগৈ ব'ল। মদৰ গোন্ধ মোৰ অসহ্য। এইখন পাপৰ ৰাজ্যত মই নেথাকো।"

মাকৰ অভিমানে দুই এদিন কাম দিলে। অলিয়ে ক্লাবলৈ যাবলৈ এৰিলে। আনকি নলিনে ক্লাব পৰিত্যাগ কৰিলে। সেই কেইদিনৰ ভিতৰতে তেওঁ জীয়েক-জোৱায়েকৰ নতুন ৰূপ দেখা পালে। দুয়ো একেখন পাটিত নোশোৱে। এটা সন্দেহে নলিনক খুলি খুলি খাইছে। তাৰ দৃঢ় বিশ্বাস হৈছে সন্তানটো তাৰ ফালৰ নহয়।

সন্দেহ ক্ৰমাৎ ঘনীভূত হৈ আহিল। নলিনে শান্তি নোপোৱা হ'ল। কোনো প্ৰমাণ বিচাৰি সি বাউল নহল, কিন্তু এদিন অলিক কোঠালৈ মাতি আনি পেঘেনিয়াই পেঘেনিয়াই বহুত প্ৰশ্ন কৰিলে। অলিয়েই সৰল ভাৱে সন্দেহভঞ্জন কৰিবলৈ যত্ন কৰিলে। কিন্তু নলিনে ক'লে, তুমি গৰ্ভপাত কৰোৱা, নহলে মই সহ্য কৰিব নোৱাৰা হৈছোঁ। মই জঘণ্য কথা ভাবিছোঁ। এই সন্তানৰ পিতৃ মই নহয়।



অলিয়ে কান্দি পেলালে, নাই নাই এনে কাম মই নকৰো। তাৰ পিচত তাই তাৰ ওচৰত আহি ক'লেহি, ইয়াৰ পিতৃ আপুনি, বিশ্বাস কৰঁা।

নলিনে কলে, সন্তান ডাঙৰ নে আমাৰ সুখ ডাঙৰ।

অলিৰ খুব খং উঠিল এই অকাৰণ সন্দেহত। তাই তথাপি শান্ত ভাৱে বুজাবলৈ যত্ন কৰিলে সেনগুপ্তৰ লগত তাইৰ কি ঘটিছিল। কিন্তু কাৰ মুখত কোনে সোপা দিয়ে? সেনগুপ্তৰ আৰু অলিৰ ভালপোৱাৰ ফালৰ সন্তান বুলি বহুতে কৈছে। তাৰ সহ্য হোৱা নাই। এটা সন্তানেই যথেষ্ট। এই সন্তানটো নহলেও হ'ব। অলিৰ প্ৰতি তাৰ বাঢ়ি অহা ভাল পোৱা সেমেকি আহিল। সি আকৌ আগৰ দৰে উৎপাত আৰম্ভ কৰিলে। ৰাতি ঘৰলৈ নহাই হ'ল। অতিৰিক্ত মদ পান কৰিবলৈ আৰম্ভ কৰিলে।

অলিয়ে মাকক ক'লে কথাটো। মাকে এনে এটা হ'ব বুলি আগতেই সন্দেহ কৰিছিল। তেওঁ অলিক গোঁসাইৰ গুৰিত শপত খাবলৈ ক'লে। অলিয়ে শপতো খালে। তাৰ পিচত মাকে নলিনক লগ ধৰি ক'লে,—অলিয়ে শপত খাইছে যেতিয়া নধৰিবা আৰু—

নলিনে ক'লে, মোৰ বিশ্বাস হোৱা নাই। শপতৰ একো মূল্য নাই।

মনোমালিন্য লাহে লাহে গুৰুতৰ হৈ আহিল। এই সময়তে বন্ধত পলাশ ঘৰলৈ আহিল। পলাশৰ আগত দুয়ো কেইদিনমান অভিনয় কৰিবলৈ ধৰিলে। কিন্তু লাহে লাহে পলাশৰো চকুত পৰিল মনোমালিন্যৰ কথা। সি প্ৰশ্ন সুধিবলৈ ধৰিলে। নলিনৰ অসহ্য হ'ল। সি কোম্পানীৰ মেনেজাৰক ক'লে, আন ঠাইলৈ বদলি কৰিবলৈ।

অলিয়ে কিন্তু নিজৰ ওপৰত বিশ্বাস কৰি চলিবলৈ ধৰিলে। তাই ভাবিলে লাহে লাহে নলিনৰ সন্দেহ আঁতৰিব।

ইতিমধ্যে পলাশ আৰু বুঢ়ীমাকৰ মাজত এটা আত্মীয়তাই গঢ়

ল'লে। পাব্লিক স্কুলত পঢ়িছে পলাশে। ড্ৰইং আঁকিবলৈ শিকিছে। ইংৰাজী, হিন্দী সলললীয়াকৈ ক'ব পৰা হৈছে আৰু স্বাস্থ্যও বেচ নিপোটল। লৰাটোৰ মনত বয়স চাই বহুত বেছি কৌতূহল। বুঢ়ীমাকক যেতিয়া গাৱঁৰ বিষয়ে আৰু গোঁসাইৰ বিষয়ে নানা কৌতূহল কৰি ব্যতিব্যস্ত কৰি তুলিলে তেতিয়া বুঢ়ীমাক বৰ আচৰিত হ'ল।

পলাশে ধেমালিতে সুধিলে—'আইতা, মাৰ দৰে স্মাৰ্ট নহয় কিয় আপুনি? আপুনি জানো ফুৰিব নোৱাৰে?"

বুঢ়ীমাকে ক'লে,—"মাৰহঁতৰ বায়ুয়ে মোক পোৱা নাই এতিয়াও। এই ধনঞ্জয় বায়ুৱে তহঁতকো নেপাওক।"

পলাশে কয়—"আইতা বেকডেটেড। আপুনি আপোনাৰ ছবিৰ কৃষ্ণ গোঁসাইজন লৈয়েই আছে।"

আইতাকে হুমুনিয়াহ ছাৰি কয়,—"সেইখন চাই চায়েই মই চকু মুদিম। তেওঁ খালী সোনকালে মাৰি নিলেই হয়।"

পলাশে কয়, "আইতা আপোনালোকৰ গাৱঁত চেনিটেৰী লেট্ৰিন আছে নে?"

আইতাকে কয়, "নাই।"

পলাশৰ মুখখন বিস্ময়ত অবাক হৈ উঠে। সি আকৌ সোধে—"তেনেহলে গাৱঁৰ মানুহবোৰ লেতেৰা।"

আইতাকে হাঁহে।

পলাশে সোধে,—গাৱঁত লিখা পঢ়া নো কিমানে জানে? ইংৰাজী কিমানে জানে?"

আইতাকে কয়—"বেছি ভাগেই মোৰ দৰে, ইংৰাজীও নেজানে, অসমীয়া আখৰো নেজানে।"

পলাশে ভাৱে গাৱঁৰ মানুহ সকলো অজ্ঞ। এখন বেলেগ জগতৰ ছবি তাৰ আগত জিলিকি উঠে।

আইতাকে পলাশৰ লগত কথা পাতে আৰু বুজে নাতিনিয়েক-হঁতৰ স্মৃতিতো তেওঁ এলাগী হৈও জীয়াই নেথাকে। সংসাৰৰ পৰা



বিদায় লোৱাৰ পাচত সকলো স্মৃতি শুকাই যাব। তথাপি পলাশৰ লগত বুঢ়ীমাকৰ কথা-বতৰা বৰ অন্তৰঙ্গ হৈ উঠিল। মাজে মাজে পলাশে বুঢ়ীমাকক চিল্কৰ শাৰী আৰু হাইহীল স্যু পিন্ধিবলৈ কয়। ককাকক দাঢ়ি কাটি চুট কৰিবলৈ উপদেশ দিয়ে। কেতিয়াবা দুয়োকো লৈ পলাশে মটৰ ভ্ৰমণলৈ যায়। ডিগবইৰ পৰা বহুত দূৰলৈ গৈ বাগানত সোমায়গৈ, কেতিয়াবা মাৰ্ঘেৰিটা পায়গৈ। এদিন তেনেকৈ গ'ল ডাক্তৰণীৰ তালৈ। ডাক্তৰণীয়ে সিহঁতৰ আগত ক'লে পুৰণি ডিগবইৰ কথা।

হাবিৰ মাজত লাহে লাহে তেলৰ পুং খানিলে চাহাবে। তেল ওলালত তেল অনুসন্ধান কৰা আৰু খনাৰ যন্ত্ৰ আনিলে, তেল শোধনাগাৰ পাতিলে, অফিচাৰ আনিলে সাত সাগৰৰ সিপাৰৰ পৰা, কুলি আনিলে ভাৰতৰ আন আন ঠাইৰ পৰা। ভাৰতৰ বিভিন্ন ভাষা, বিভিন্ন ধৰ্ম বিভিন্ন ৰাজ্যৰ শ্ৰমজীবি মানুহ আহি ভৰি পৰিল ডিগবই। চাহাবসকলে সিহঁতৰ অফিচত, কাৰখানাত আৰু বাহিৰত কাম দিলে। দৰ্মহা দিলে কম। থকা ঘৰ, চিকিৎসা, চাকৰিৰ স্থায়িত্ব একোৰে ব্যৱস্থা নিদিলে। চাহাবে বেয়া পালে তৎক্ষণাতে চাকৰিৰ পৰা বিদায় দিয়ে। মানুহবোৰ কোনো ৰকম ৰ'ল। ভাগে ভাগে মন্দিৰ-মছজিদ সাজিলে। বাল্মীকসকলে সাজিলে বাল্মিকীৰ মন্দিৰ। অসমীয়াই সাজিলে নাম-ঘৰ। বঙালীয়ে দুৰ্গা। শিখে শিখমন্দিৰ, মুছলমানে মছজিদ, শিবাজীৰ বংশধৰসকলে গণেশৰ মন্দিৰ। পূজা প্ৰাৰ্থনা চলিল নিৰ্বিঘ্নে। চাহাবেও মাটি দিলে। তেওঁলোকে বুজিলে ধৰ্ম নহলে ইহঁত বাচিব নোৱাৰে। স্কুল দিলে ভাগে ভাগে। কিন্তু দৰমহা আৰু ঘৰ দিয়াৰ বেলিকা ক্ৰিপিণ কোম্পানী কোটমুঠীয়া হ'ল। অৰ্থ নৈতিক সংকট আহিল। বস্তুৰ দাম বাঢ়িল, দৰমহাই নোযোৰা হ'ল। বস্তু পাবলৈ নোহোৱা হ'ল। বেমাৰ আজাৰত মানুহ মৰিল। নেহেৰু আহিছিল ডিগবইলৈ। তেওঁ উপদেশ দিলে ট্ৰেড ইউনিয়ন কৰিবলৈ। উপায় নেপাই ট্ৰেড ইউনিয়ন কৰি দাবী কৰিলে দৰমহাৰ, ঘৰৰ আৰু

অন্যান্য সা-সুবিধাৰ। কিপিণ কোম্পানীয়ে বনুৱাৰ দৰমহা দুপইচা বঢ়াই দিবলৈ ৰাজী নহল। ছুটীৰ নিয়ম কৰিবলৈ পিচ হুহঁকিলে। ঘৰ সাজিবলৈ অমান্তি হ'ল। বনুৱাসকলে কৰিলে ধৰ্মঘট। কোম্পানীয়ে দালাল কনট্রেক্টৰক লগাই বনুৱা অনালে। এদিন ৰাতি বনুৱাৰোৰে বেৰি ধৰিলে এখন বনুৱা অনা ট্রাক। সেইদিন ৰাতি আছিল। ১৯৩৯ চনৰ এটা দিন। কোম্পানীৰ তিনিটা চাহাবে আহি সোধ-পোচ নোহোৱাকৈ গুলী চলালে নিৰস্ত্ৰ জনতাৰ ওপৰত। থলৰ থলৰকৈ চাৰিটা মানুহ সৰি পৰিল মাটিত। তেজেৰে ডোঙা বান্ধি গ'ল। চিকিৎসা কৰিছিল ডাক্তৰ কলিতায়েই। নেবাচিলে। আন্দোলন তয়াময়া হৈ গ'ল পিচলৈ। কংগ্ৰেছে দাবী কৰিলে কোম্পানীৰ লীজ বন্ধ কৰিব লাগে। ওচৰৰ গাঁও-ভুঁইবোৰতো মানুহ জকি উঠিল। অলিহঁতৰ গাৱঁৰ ফুকনে এইবোৰ দেখিছিল। কামো কৰিছিল ধৰ্মঘটত। তাৰ পিচত ট্ৰাইবুনেল হ'ল। দাবি কিছু মানি ললে কোম্পানীয়ে। কিন্তু তেনেতে আহিল যুদ্ধ। যুদ্ধৰ নামত ডিগবই ট্ৰেড ইউনিয়ন খতম কৰি দিলে। বহুত দিন যুদ্ধ চলিল। যুদ্ধ গ'লত পুনৰ ইউনিয়ন হ'ল। ইউনিয়নে লাগি থকাৰ ফলত এতিয়া কিছু কাম হৈছে। মানুহৰ ঘৰ হৈছে। কিন্তু কাৰোবাৰ ঘৰ ডাঙৰ, কাৰোবাৰ ঘৰ সৰু। কাৰোবাৰ চাংবঙলা, কাৰোবাৰ এমহলীয়া। কাৰোবাৰ ঘৰৰ নামত এটা কোঠা, কাৰোবাৰ তিনিটা কোঠা। আজিও দাম বঢ়াৰ বাৰে বনুৱাই বনাচ বিচাৰিছে। এইবাৰ অৱশ্যে বেছিকৈ খুজিছে বনাচ। নাই কমেও পাঁচ মাহৰ বনাচ। কোম্পানীয়ে দিয়া নাই। সেইবোৰ কথা নলিনে জানে।

বুঢ়া-বুঢ়ীয়ে ট্ৰেড ইউনিয়নৰ কথা প্ৰথম শুনিলে। বুঢ়াই ক'লে—"এইবোৰ এতিয়া গৈ গাৱঁত সোমাইছেগৈ।

কাকতিয়নীয়ে কলে—শুনিছোঁ, শুনিছোঁ। নলিন ইয়ালৈ মাজে মাজে আহে। সকলো কৈ থাকে। মাটি-বাৰীবোৰ বেচি বোলে ঘৰ সাজিছে।"



"অঁ। নলিনৰ উপদেশ মতেই কৰিছোঁ।"

"—শুনিছোঁ। কিন্তু সেই একেই বুজিছে। চহৰত জানো শান্তি পাবহি। এই ডিগবইত মানুহে কি সুখ পাইছে কওকচোন। যন্ত্ৰ চলাই চলাই মানুহ যন্ত্ৰ হৈ গৈছে। কত শুনিব ইয়াৰ বিভাগ? বৰ চাহাব, কলা চাহাব, বাবু, চাপ্ৰাচী মেটোৰ, বঙালী, মাৰাঠী, মেমনি, কেৰাণীয়নী এইবোৰকহে' ইয়াত পোৱা যায়। প্ৰত্যেক ঘৰখনেই গাইগোটা পেটে ভৰাল। কোনেও কাৰো ভিতৰটো নেদেখে।"

—আৰু কিবা ক'ব খুজিছিল কাকতিয়নীয়ে। কিন্তু পলাশক দেখি ৰৈ গ'ল।

পলাশে সুধিলে,—"আন্টি ৰ'ল কিয়?"

"—নাই এনেয়েহে।"

—"আন্টি, ডিগবইখন বাৰু আমাৰ আইতাহঁতৰ গাৱঁতকৈ ভাল নহয়নে? তাত চেনিটেৰী লেট্ৰিন নাই, ইলেকট্ৰিক লাইট নাই, শিক্ষা নাই, ডাক্তৰ নাই। আমাৰ নিচিনা ল'ৰাবোৰে বোলে নাঙঠ হৈ ঘূৰি ফুৰে। আৰ ইউ নট এছেমড অব্ দেম আন্টি? আমাৰ দৰে ভাল ঘৰত নেথাকে কিয় সিহঁতে। কিমান সুবিধা···"

কাকতিয়নীয়ে হাঁহি ক'লে, "পলাশ, তই ভুল বুজিছ।"

"—কিয় আন্টি!"

"—গাৱঁত অভাৱো আছে, কিন্তু শান্তিও আছে।"

পলাশ অবাক হ'ল, সি ক'লে,—"কিন্তু গ্ৰেণ্ডপাই কৈছে গাৱঁত শান্তি নাই, সেইবাবে শিৱসাগৰলৈ উঠি আহিব। আপুনি কোৱা নাইনে গ্ৰেণ্ডপা।"

দত্তই হাঁহি ক'লে, "সঁচা কথা। গাৱঁত শান্তি নাই।"

দত্তনীয়ে কিন্তু মানি নললে কথাষাৰ, তেওঁ ক'লে,—"শান্তি নহ'ব কিয়! শান্তি জানো লোকে দিয়ে? বাহিৰত বিচাৰি মানুহবোৰ মৰিছে শান্তি শান্তিকৈ। কিন্তু শান্তি আছে মনত। শান্তি যে ভোগত নাই এই কথা পাহৰিছে মানুহে। এখেতক মই সদায়

কওঁ, নলিনকো কওঁ। কি আছে এইবোৰত? একমাত্ৰ ভগবানৰ বাহিৰে কতো শান্তি নাই। সঁচা কথা কৈছোঁ। ইয়াত থাকি ভাল পোৱা নাই। গাৱঁৰ গোঁসাই ঘৰত বহুত দিন সোমাবলৈ পোৱা নাই।"

কাকতিয়নীয়ে চাহৰ যোগাৰ কৰিছিল। কিন্তু চাকৰে অনা চাহ খাবলৈ দত্তনী অমান্তি হ'ল। দত্তই অৱশ্যে খালে। পলাশে ক'লে— "আন্টি, গ্ৰেণ্ডমা ইজ ভেৰি অৰ্থডক্স ইজনট ইট্?"

কাকতিয়নীয়ে পলাশক ক'লে, "তই ভিতৰলৈ যা পলাশ। তোৰ ছিষ্টাৰ আছে আৰু আংকোলৰ এখন ফুল চাইজ ছবি আছে চাগৈ। হি ইজ ন ম'ৰ, ইউ ন'।"

পলাশে চাহ খাই ক'লে,—"আন্টি বৰ ভাল মানুহ আছিল আংকোল। বাৰু মই আহিছোঁ।"

পলাশ ভিতৰলৈ সোমাই গ'ল। কাকতিয়নীয়ে ক'লে, "লৰা-ছোৱালীক আমি ভুল শিক্ষা দিছোঁ। পলাশে লাহে লাহে আমাৰ দেশখনকে চিনি নোপোৱা হ'ব।"

দত্তনীয়ে ক'লে—"সিহঁতৰ কথা ক'বলৈ মোৰ এক্তিয়াৰ নাই। কিন্তু থকা হ'লে কলোহেঁতেন ইহঁতৰ পৰা কাৰো সুখ নহয়।"

"—কিয়?"

"—কাৰণ, যাৰ মুখত মাতৃ ভাষা নুফুটে ভালকৈ সি কি কৰিব আগলৈ?"

কাকতিয়নীয়ে ক'লে, "পাব, খুব ভাল চাকৰি পাব।"

"—কিন্তু পৰম বস্তু নেপায়। ইহঁতে কেতিয়াবা কীৰ্ত্তনৰ পদ শুনিবলৈ পাইছেনে!"

—"পাইছে। ৰেডিঅ'ত শুনে নহয়।"—দত্তই কলে।

"সেইবোৰ কীৰ্ত্তন পঢ়া কয় নেকি? জিভাই দোবোল নাথায়, ঘোষা গাব কেনেকৈ?" দত্তনীয়ে উত্তৰ দিলে।

দত্তৰ অলপ বিৰক্তি উপজিল। ক'লে,—"তুমি খালী নিজৰ কথা-



বোৰকে পৰম সত্য বুলি ভাবা। তোমাৰ দিনত দেখা জগতখন এতিয়া নাই নহয়। তুমি গৰু গাড়ীত দৰাৰ ঘৰলৈ আহিছিলা। এতিয়া দৰকাৰ হলে কন্যা প্লেনতো যায়।"

দত্তনীয়ে ক'লে,—"তাতেই লেঠা। বেগ বেছি হ'লেই মানুহৰ সুখ নহয়। আজিকালিৰ গিৰিয়েক ঘৈণীয়েক কোন হাল সুখী? ইয়াত দেখিছোঁ সংসাৰ কৰাত কোনো নাই উৰি ফুৰাতহে আছে। মদ আৰু ব্যভিচাৰ হৈছে এই বেগৰ ফল। বেগনো থাকিব কিমান পৰ? ভগবান পাহৰি মানুহ ৰসাতলে গৈছে।"

দত্তই হাঁহিলে। কিন্তু কাকতিয়নী স্তব্ধ হৈ গ'ল। কাকতিৰ স্মৃতিবোৰত ঠিক এনে এটা সিদ্ধান্তই তেওঁ কৰিছে। তেওঁ লিখিছে— বিজ্ঞানে আৰু যন্ত্ৰই মানুহক স্থায়ী সুখ দিব নোৱাৰে, মানুহক লাগে হয় ভগবান, নহয় ভগবানৰ এটা বিকল্প।

কাকতিয়নীয়ে দত্তনীলৈ চাই সুধিলে, "আপুনিতো বহুত আঘাত পাইছে। সেইবোৰ আঘাতত বিতত হোৱা নাই নহয়নে?"

"—ওহোঁ। এইবোৰ সকলো মায়া।"

কাকতিয়নীয়ে সুধিলে, "সঁচাকৈ আপুনি সেইদৰে ভাবেনে?"

"—অঁ।"

ইয়াৰ পিচত কাৰো মুখত কথা নোলাল। কাকতিয়নীয়ে ভাবিলে বুঢ়ীয়ে এই সভ্য ডিগবইৰ বিৰুদ্ধে যেন অকলে মইমতীয়া ভাবে থিয় দিছে। ইয়াৰ ক্লাব জীৱন আৰু যৌনাচাৰৰ দুৰ্বলতাৰ বিৰুদ্ধে তেওঁ এটা মূৰ্তিমন্ত বিদ্ৰোহ। কিমান সৰল অথচ কিমান কঠিন এই নাৰী!

কিছুপৰ কথা-বতৰা পতাৰ পাছত স্বয়ং নলিন ওলালহি ডাক্তৰণীৰ ঘৰ। তেওঁ আহি বাহিৰলৈ মাতি নিলে দত্তক। কিবাকিবি কথা পাতিলে। তাৰ পিচত দুয়ো একেলগে বিদায় লৈ গুচি গলগৈ। যাওঁতে কাকতিয়নীক নলিনে ক'লে শান্তুৱেকহঁতক থোৱাই দিবলৈ। তেওঁ বিশেষ কামত দূৰলৈ যাব লগা হ'ল। ক'লৈ যাব তাৰ একো ইঙ্গিত নিদিলে।

কাকতিয়নীয়ে বেলিলৈ চাই কলে “এতিয়াও সন্ধিয়া হোৱা নাই, মই থৈ আহিমগৈ। এখেতৰ লগত কথা পাতি ভাল লাগিছে।”

নলিনহঁত গ'লত কাকতিয়নীয়ে কথা আৰম্ভ কৰিলে। তেওঁৰ আৰু কাকতিৰ ব্যৰ্থতাৰ কাহিনী। কাকতিয়ে অশেষ চেষ্টা কৰিও লৰা জন্ম দিব পৰা শক্তি গোটাব নোৱাৰিলে। তেওঁ মৰি গ'ল। যাবৰ সময়ত যিবোৰ লেখা এৰি থৈ গ'ল সেইবোৰত লেখা আছে বোলে “পুনৰজন্ম আছে। আকৌ এবাৰ আমি সিপুৰীত লগ হ'ম।” প্লেনচেটত ডাক্তৰক মাতিছিল তেওঁ। ডাক্তৰ আহি বোলে কৈছিল, তেওঁ এতিয়াও সেই গৱেষণা এৰি দিয়া নাই।

বুঢ়ীয়ে মৌনভাৱে সকলো শুনিলে, তাৰ পিচত ক'লে—“আপুনি এতিয়াও মানুহৰ শক্তিতে বিশ্বাস কৰি আছে, কিন্তু এইবোৰ হৈছে তেৰাৰ লীলা।”

তুমি সত্ৰাজিত অপুত্ৰক
তোমাৰ সৰ্বস্ব হবে মোৰ···

এতিয়া যোৱা কথা ভাবি লাভ কি? আপুনি ধৰ্ম চৰ্চা কৰক। ভগবানৰ বাহিৰে আনে আপোনাক শান্তি দিব নোৱাৰে।”

## তেৰ

কাকতিয়নীয়ে ধাৰ্মিক দত্তনীৰ লগত ধৰ্ম চৰ্চা কৰি থাকোতে বকুলে ধৰ্মপিতৃৰ Memoirs পঢ়ি আছিল। ঠায়ে ঠায়ে বাপেকে বিজ্ঞানৰ নামত ইতিহাস লিখি থৈ গৈছে—চহৰৰ যৌন জীৱনৰ ইতিহাস। দুই এক মেমে বৰ কুৎসিৎ প্ৰেম কৰিছিল নিজৰ ড্ৰাইভাৰৰ স'তে। এজনে আন এজনৰ ঘৈণীয়েকৰ লগত সংসৰ্গ কৰাটো কোনো অপৰাধৰ কথা নহয় কিছুমান প্ৰবাসী চাহাবৰ। আনকি কমবয়সীয়া লৰা-ছোৱালীৰ মাজতো মাজে মাজে অবৈধ যৌন সঙ্গম হয়। পুং মৈথুন আৰু স্ত্ৰী মৈথুনৰ উদাহৰণো কম নহয়। মাজে মাজে যেতিয়া এনেবোৰ স্ত্ৰী-পুৰুষৰ সঙ্গমৰ ফলত গৰ্ভ হয় তেতিয়া গৰ্ভপাতৰ উপদেশ বিচাৰি আহে ডাঃ কাকতিৰ ওচৰলৈ। প্ৰচলিত নৈতিকতা ৰক্ষাৰ অৰ্থে তেওঁ নানা বিবেক বিৰুদ্ধ কামো কৰে। এখন উচ্চ সমাজ তেওঁৰ ওচৰত কি ধৰণে ঋণী তাক ভাবি তেওঁ মাজে মাজে বিকৃত আনন্দও লাভ কৰিছিল। মাজে মাজে স্বয়ং নলিনৰ আৰু মিছেছ বাপটৰ নামো আছিল। আন এঠাইত আছিল এবাৰ কলিকতালৈ যাওঁতে হোটেলত দেখা পাইছিল কোম্পানীৰ উচ্চ বিষয়া, কনট্ৰেক্টৰ আৰু বিক্ৰী এজেণ্ট কিছুমানৰ পানাসক্ততা আৰু কামুকতা। দুই এক ভোগীয়ে যৌন ৰোগতো ভুগিছিল, কিন্তু কাকতিৰ কৃপাৰ বলত তেওঁলোক আৰোগ্য হৈছে। চফেদ কাপোৰৰ তলত আছে একোটা কুৎসিত জীৱন।

পাত লুটিয়াওঁতে লুটিয়াওঁতে হঠাতে তাইৰ নিজৰ নাম দেখি তাইৰ গা-মন শিয়ঁৰি উঠিল। কাকতি কলিকতাত থাকোতেই ঘটা-ঘটনা। এবাৰ দুৰ্বল মুহূৰ্ত্তত কোম্পানীৰ প্ৰশাসন সচিব মিঃ উইলছনৰ লগত হাস্পতালৰ বিদুষী লুচাই মেট্ৰন নেলীৰ অবৈধ সঙ্গম ঘটে। সত্য-বাদিনী নেলী কেথলিক আছিল আৰু এই সন্তান জন্ম হোৱাৰ পাছত

তাই আচল পিতৃৰ ওচৰলৈ গৈছিল। কিন্তু উইলছনে তাইক ক্ষতিপূৰণ দি পঠিয়াই দিলে। নেলীয়ে মনৰ দুখত আত্মহত্যা কৰিলে। ছোৱালী জনীক হাস্পতালৰ পৰা লৈ আহিল কাকতিয়ে। উইলছনে তেওঁক টকা দিব খুজিছিল, ছোৱালীক ডাঙৰ-দীঘল কৰিবলৈ। কিন্তু কাকতিয়ে নললে। নিজেই তাইৰ ভাৰ ললে।

গোটেই গা শিয়ঁৰি উঠিল বকুলৰ। তাই কাৰোবাৰ অবৈধ সঙ্গমৰ ফল। তথাপি তাই ধৈৰ্য্য ধৰিলে। আৰু দুটা জহৰা লৰাৰ কথা কাকতিয়ে বৰ্ণনা কৰিছে। এটা ট্ৰেড ইউনিয়ন লীডাৰ ফুকন আৰু ফুকনৰ বৈণীয়েকৰ প্ৰথম সন্তানটিৰ। ফুকনৰ জন্ম হয় অলিহঁতৰ গাৱঁৰ এগৰাকী জীয়ৰীৰ লগত যোৱা লিগিৰীৰ গৰ্ভত; বাপেকৰ নিশ্চয়তা নহলেও সেই জীয়ৰীৰে গিৰিয়েক বুলি বহুতে সন্দেহ কৰে। তেৱেঁই আহি ডাঃ কাকতিৰ লগত পৰামৰ্শ কৰি লৰাটোৰ জন্ম দিয়ালে হাস্পতালত। তাৰ পিচত শিক্ষা দিয়ালে মিশ্যনেৰীৰ হতুৱাই। সেই ফুকনৰ বিয়া হ'ল অলিহঁতৰ চুবুৰীয়া সাধনীৰ লগত। সাধনী আছিল বিয়াৰ আগতেই সগৰ্ভা; পিচত কাকতিয়ে গম পাইছিল তাৰ পিতৃ কোন পিতৃ নলিনৰ জেঠৈৰীয়েক।

বকুলে কাকতিৰ মন্তব্যবোৰ পঢ়ি আচৰিত হ'ল। তেওঁ লিখিছে "ইহঁতৰ দোষ কি? ইহঁতৰ বাবে সমাজে অকণো নেভাবে কিয়? ব্যৰ্থ কণ্ট্ৰলৰ ফলত এনে অবৈধ সন্তানৰ সংখ্যা কমি আহিছে যদিও অবৈধ সঙ্গমেই বা হব লাগে কিয়? মানুহে জানো জন্তুৰ দৰে মাইকী মানুহৰ পিচে পিচে ঘূৰি ফুৰিব লাগে? ইমান থেলিমেলিৰেই বা প্ৰয়োজন কি? লুকাই থোৱা এই কাহিনীবোৰ এদিন মানুহে পঢ়িব। পঢ়িলে যেন তেওঁলোকে চেষ্টা কৰে কেনেকৈ এই গুপ্ত কলঙ্কৰ পৰা সমাজে উদ্ধাৰ পায়। পৃথিবীত মানুহে ট্ৰেড ইউনিয়ন কৰিছে, কিন্তু ইহঁতৰ উদ্ধাৰৰ বাবে কোনে কি কৰিছে? ফুকনে নিজে এইবোৰ কথা ভাবিব পৰা হৈছে। ভাবিবলৈ ময়েই উছাহ দিছোঁ। বকুল ডাঙৰ হ'লে যাতে খুব ডাঙৰ আঘাত নাপায় তাৰ বাবে মই তাইক



যথেষ্ট শিক্ষা দিছোঁ। মনোবিজ্ঞানে তাইক যথেষ্ট সান্ত্বনা দিব। কিন্তু তাইক মই আৰু এটা কথা কৈ যাব লাগিব, তাই যাতে কেতিয়াও এনেকুৱা ভুল নকৰে। দায়িত্বহীন মতাৰ পৰা সাৱধান হোৱা খুব দৰকাৰ তাইৰ। পাৰিলে সমাজক সচেতন কৰা দৰকাৰ। তাইক মই কম ফুকনৰ লগত আলোচনা কৰিবলৈ।..."

ঠিক তেনেতে আহি থিয় হ'ল পলাশ। —ক'লে "ছিষ্টাৰ চাওক আংকোলৰ লাইফ চাইজ ছবিখনত এটা ডিফেক্ট থাকি গ'ল।"

"—কি!"

"—আংকোলে ধুতি পিন্ধা নাছিল নহয়। কিয় ধুতি পিন্ধিলে। বৰ 'অড' দেখাইছে।"

বকুলে ক'লে, "পলাশ দেউতাই ধুতি পিন্ধি বৰ ভাল পাইছিল। তুমি নেজানিব পাৰা।"

পলাশ এইবাৰ বকুললৈ ৰ লাগি চাই ক'লে,— "ইউ লুক লাইক এ ইউৰোপীয়েন। বুজিছে।"

বকুলৰ বুকুখন চিপচিপাবলৈ ধৰিলে। পলাশৰ নিৰ্দ্দোষ দৃষ্টিত তাইৰ পিতৃৰ তেজ ধৰা পৰি গৈছে। তাই পলাশক বুকুৰ মাজলৈ টানি আনি ক'লে—"তুমি মোক চিষ্টাৰ নুবুলিবা। বাইদেউ বুলিবা।"

পলাশে ক'লে, "ডেট চাউণ্ডছ এছেমিজ। মই অসমীয়া নপঢ়োঁ। আমাৰ আইতা মানে গ্ৰেণ্ডমা অসমীয়াত এক্সপাৰ্ট।"

বকুলে পলাশলৈ বহুত সময় চাই ৰ'ল, তাৰ পিচত ক'লে,—"মই ইংৰাজী ভাল নেপাওঁ।"

"—কিয়?"

"—কাৰণ এইটো লম্পটৰ ভাষা।"

"—লম্পট!"

"—অ"।

পলাশে বকুলৰ কথা একো বুজিব নোৱাৰিলে। বকুলে তেতিয়া অজ্ঞাত উইলছনৰ প্ৰতি ঘৃণা প্ৰকাশ কৰিছিল।

পলাশে বৰ কণ্ঠেৰে ক'লে, "বাইদেউ, হোৱাট ফ্লাৱাৰ ডু ইউ লাইক ?"

"—ৰ'জ।"

"আই টু। মই আপোনাক ব্যৰ্থ-ডেত ৰ'জ দিম। কেতিয়া বাৰ্থডে ?"

বকুলে ক'লে, "মই নেজানো।"

লগে লগে তাইৰ মুখ শুকাই গ'ল। তাই লৰালৰিকৈ ডাক্তৰৰ Memoirs বোৰ লুটিয়ালে। পলাশ আহোতে এৰা ডোখৰৰ পৰা কিছু তলতে এবাৰ বৰ মাৰাত্মক কথা আছিল। "নেলীয়ে জন্মৰ বাৰ তাৰিখ একো কৈ যাব নোৱাৰিলে। ···কিছুমান কয় দেওবাৰে, কিছুমানে কয় সোমবাৰে। কিছুমানে ১৯৪৭ চনৰ এক আগষ্ট, কোনোৱে কয় দুই আগষ্ট।"

তায়ো জানে তাৰ জন্মৰ বাৰ তাৰিখ অনিশ্চিত।

পলাশ আচৰিত হ'ল।

হঠাতে বকুল উঠিল আৰু আত্ম-সংযত হৈ পলাশক ফুলনিলৈ টানি নি ক'লে, "তোমাক মই আজিৰ তাৰিখতে সদায় এটা গোলাপ ফুল দিম। ধৰা, আজিয়েই মোৰ জন্ম হৈছে।"

কাষতে ফুলি থকা এজোপা ৰূপহী গোলাপ ছিঙি বকুলে পলাশৰ কামিজত পিন মাৰি দিলে। পলাশে আনন্দত উত্ৰাৱল হৈ জপিয়াই ফুলনিত এটা পখিলা ধৰিবলৈ গ'ল। বকুলে সেই সৰল আনন্দ চাই খন্তেকলৈ আপোনপাহৰা হ'ল।

## চৈধ্য

তেল নগৰীয়ে বুকুত বহুদিনীয়া বিক্ষোভ পুঁহি থৈছে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে। সেই সাম্ৰাজ্যবাদৰ অৰ্থনৈতিক ঘাটি স্বাধীনতাৰ পিচতো অক্ষত হৈ গৈছে। সেই একেই কোম্পানী একে ধৰণেৰেই মুনাফা হয়, একে ধৰণেৰেই যায় বিলাতলৈ। ভাৰত চৰকাৰে নতুনকৈ তেল কোম্পানী খুলিছে, কিন্তু স্বাধীন ভাৱে খুলিব পৰা নাই। দুলিয়াজানত খোলা কোম্পানীতো বিদেশী কোম্পানীৰ শ্বেয়াৰ আছে। কোম্পানীয়ে মানুহ দিছে, যন্ত্ৰ দিছে। সিহঁতৰ শক্তিও খুব প্ৰৱল। এগাল ভাৰতীয় মানুহক চাকৰি দি সিহঁতৰ অনুগত কৰি ৰাখিছে। অসম চৰকাৰেও এই কোম্পানীক পুনৰ লীজ দিছে, লীজ অন্ত হোৱাৰ পাছত। তেওঁলোকৰ অক্ষমতা ঘোষণা কৰিছে তাৰ দ্বাৰা। কোম্পানীয়ে নতুন কিছুমান ভাৰতীয় বিষয়া নিযুক্ত কৰিছে। ডিগবইত কংগ্ৰেছ আন্দোলনৰ অঙ্কুৰ সেইদিনতে সোমাইছিল। সেই সময়ত কিন্তু কোম্পানীয়ে কংগ্ৰেছী সকলক খাতিৰ কৰা নাছিল। অনেক প্ৰৱন্ধ কৰিও ডিগবইৰ ধৰ্মঘটত বনুৱা সকলৰ হৈ কংগ্ৰেছে একো কাম কৰিব পৰা নাছিল। তেওঁলোকৰ দাবীবোৰ লাভ কৰাত সহায়কো হবলৈ টান হৈ পৰিছিল। বনুৱা সকলেও এক গোট হোৱাত খুব বাধা পাইছিল, চতুৰ কোম্পানীৰ পৰা। বৃটিছৰ ডিভাইড এণ্ড ৰুল শাসন চলাই ইয়াত কোম্পানীয়ে অসমীয়াক বঙালীৰ পৰা, বঙালীক মাৰাঠীৰ পৰা, হিন্দুক মুছলমানৰ পৰা আঁতৰ কৰাই ঐক্য সৃষ্টিত বাধা দিছিল। সেই বাধা নাইকিয়া হ'ল ইউনিয়ন গঠনত। কিন্তু দ্বিতীয় মহাসমৰত ডিগবই হ'ল প্ৰটেকটিভ এৰিয়া। কোনো আন্দোলন কৰাৰ অধিকাৰ নাছিল বনুৱাৰ। যুদ্ধ গ'লত অৱশ্যে সিহঁত সাজু হ'ল। দৰমহা খুজি, মৰগীয়া বানচ খুজি, ঘৰ খুজি আকৌ দাবী তুলিলে। তেতিয়া ভাৰতক শাসন কৰাৰ ক্ষমতা বৃটিছৰ হেৰাই গৈছে।

শেষত এটা অনিষ্ট কৰি ইংৰাজহঁত যাবলৈ ওলাল। দেশখন দুখণ্ড কৰিলে। আৰু লগে লগে চৰকাৰৰ লগত বন্দবস্ত কৰিলে সিহঁতৰ বেপাৰ আৰু কলকাৰখানাবোৰ ৰখাৰ।

কোম্পানী বৈ গ'ল। আৰু বৈ গ'ল ইংৰাজৰ প্ৰবস্তুৱা সংস্কৃতি। বনুৱাৰ দাবীও কিছু মানি ললে। অজস্ৰ লাভ গোটাই কোম্পানীয়ে সোণৰ পাহাৰ সাজিছিল। ধন আটাইবোৰ বাহিৰলৈ নিব নোৱাৰা হ'ল, কিছু অসুবিধা হ'ল আইনৰ তৰফৰ পৰা। বনুৱাকো অলপ সুবিধা দিলে। মোটৰ ড্ৰাইভাৰ, হাজিৰা কুলি, কেৰাণী, টাইপিষ্টসকলে এক কুঠৰীয়া, দুই কুঠৰীয়া ঘৰ পালে। কিন্তু উচ্চ কৰ্মচাৰীসকলে পালে চাহাবে থকা পুৰণি চাং বঙলা। কভেনেণ্টেড ষ্টাফে পালে আহল-বহল আধুনিক ঘৰ। পুৰণি চাহাবৰ ক্লাবৰ দুৱাৰ ভাৰতীয় লোকলৈ খুলি দিয়া হ'ল। কৃতজ্ঞ মন্ত্ৰীসকল, উচ্চ প্ৰশাসক সকল আহিলে মাজে মাজে উল্লাস আৰু সৌহাৰ্দ্দ্যপূৰ্ণ পাৰ্টিৰ বন্দবস্ত হ'ল। চতুৰ ইংৰেজ বণিকসকলে ভাৰতীয় বিষয়াসকলৰ যোগেদি জন্ম দিলে নতুন প্ৰীতিৰ। কিন্তু এই প্ৰীতিক ফুকনহঁতে শঠামিতিৰালি বুলিবলৈ ধৰিলে।

সন্তুষ্ট মন্ত্ৰী বিষয়াসকলে দেখিলে ডিগবইত সকলো জয় জয় ময় ময়। এনেকৈ কোনো শিল্পতে উচ্চহাৰে মৰগীয়া বানচ দিয়া নহয়, ইয়াৰ দৰে ঘৰ আন ঠাইত নাই, ইয়াৰ দৰে মাখি নথকা বজাৰ আন কতো দেখা নাযায় এই দেশত। হয়, এতিয়াও চাহাবসকলে ভিলাত থাকে, বেছি খায়, বেছি পিন্ধে, বেছি ফুৰ্তি কৰে। মেটৰ, কেৰাণী, টাইপিষ্ট, মাষ্টৰ হাজিৰা, কুলি, ড্ৰাইভাৰ ইহঁতে ইমান সুখ নাপায়। পাব নোৱাৰেও। মানুহ হলেই জানো সকলো সমান হয়?

কিন্তু পিচৰ শ্ৰেণীটোৱে এই অসমতাৰ বোজা মানি নললে। খেনোৰ ঈৰ্ষা হ'ল, খেনোৰ হ'ল চিন্তা। এই অসমতা কেনেকৈ আঁতৰ কৰা যায়? গান্ধীয়েতো এনে অসমতা ৰাখিবলৈ কোৱা নাছিল স্বাধীন ভাৰতত। কিছুমান ছচিলিষ্ট আৰু কমিউনিষ্টে ক'লে কোম্পানীটোকে



চৰকাৰে নিজৰ হাতলৈ নিব লাগিব, তেহে অসমতা যাব। ছচিয়েলিষ্ট-সকলে চহৰলৈ শোভাযাত্ৰাও আনিলে কৃষকৰ। সিহঁতে আহি ডিগবইৰ আলিবাটে আলিবাটে কৈ গ'ল শোভাযাত্ৰা কৰি, ডিগবইৰ তেল কোম্পানী চৰকাৰে অধিগ্ৰহণ কৰক। খেনোৱে আশা দেখিলে। খেনোৱে শোভাযাত্ৰাৰ শেষৰ মিটিং শুনিবলৈ আহিল। খেনোৱে নিৰাশা দেখিলে।

তাৰ পিচত আকৌ নীৰৱ হৈ গ'ল আলোড়ন। সিহতে কাম কৰে। খাই-বৈ থাকে। কেতিয়াবা আন্দোলনৰ ঢউ আহে। পাচতে আকৌ মাৰ যায়।

এদিন খবৰ পোৱা গ'ল প্ৰায় ৮০ মাইল দূৰত আহি চীনা সৈন্য সোমাইছেহি। এক নিমিষতে ডিগবৈৰ নিশ্চল জীৱনত ভূইকপ হ'ল। উচ্চ পদস্থ কৰ্মচাৰীৰ পৰা আৰম্ভ কৰি নিমাখিত বনুৱালৈকে সকলোকে মুখত প্ৰশ্ন হ'ল চীনে আমাৰ স্বাধীনতা গ্ৰাস কৰিবলৈ আহিছেনেকি? চীনক বাধা দিব লাগিব। কিন্তু কোম্পানীৰ বগা চাহাবসকলে বঙলাৰ ভিতৰত গুৰ-গুৰীয়া মেল পাতিলে। সিহঁতে মেমসকলক পঠাই দিলে কলিকতা, দিল্লী আৰু লণ্ডনলৈ। নিজে ৰ'ল। দেখাক দেখি দুই-এক আমাৰ দেশীয় মেমো গ'ল আগধন লৈ। কোম্পানীয়ে ঠিক কৰিলে শেষ মুহূৰ্ত্তলৈকে ডিগবই ৰক্ষা কৰিব। যদি দেখে অসম্ভব, তেন্তে উৰুৱাই দিব।

এনে দুৰ্যোগৰ সময়ত হঠাতে সকলোতকৈ সক্ৰিয় হৈ উঠিল বকুল। বিশেষকৈ যেতিয়া এদিন কোম্পানীৰ অফিচৰ সকলো স্বইচ্ছাই যাবলৈ ওলাল।

সেই দিনা ৰাতি অলিয়ে ফোনত গম পালে মেনেজাৰে বিষয়াসকলক আগধন হিচাবে ডিগবইৰ পৰা গুচি যাবলৈ কিছু টকাদি দিছে; তাইকো টকা আনিবলৈ মাতিছে। ঘৰত নলিনে, দেউতাক কোনো নাছিল। কাকতিয়নীয়ে ফোন কৰিছিল। তেওঁৰো সেই একে সমস্যা। নলিন নোহোৱা কাৰণে একো সিদ্ধান্ত কৰা নাই। নলিন

আৰু অলিৰ দেউতাক গৈছিল গাৱঁৰ ঘৰলৈ। গাৱঁৰ ঘৰটো কোনোবাই পুৰি পেলাইছে। অলিয়ে অকলশৰীয়া অনুভৱ কৰি ফোনত আকৌ কাকতিয়নীক মাতিলে আৰু সুধিলে—"ঘটনা কি গম পায়নে ?"

কাকতিয়নীকে ক'লে, "চীনা আক্ৰমণৰ ভয় কৰিছে কোম্পানীয়ে মেম-চাহাবহঁত গলেই। শৰ্ম্মানী চলিহানীহঁতো গৈছেগৈ। আমাকো যাবলৈ কৈছে।"

চীনা যুদ্ধ যে লাগিছে সেই কথা ৰেডিঅ'ৰ পৰা গম পাইছিল অলিহঁতে। কিন্তু সেই যুদ্ধ যে ডিগবই পোৱাৰ আশঙ্কা হৈছে তাক তাই ভাবিব পৰা নাছিল। তাই ক'লে,—"আপোনালোক যাবনেকি ?"

—"মই যাব খুজিছোঁ। মাইকী মানুহ থকা বিপদজনক। কিন্তু বকুল নেযায়।"

—"কিয় ?"

—"বকুলৰ কথা বহুত।"

—"ভালকৈ কওকচোন।"

কাকতিয়নীয়ে ক'লে, "ফোনত ক'ব নোৱাৰি। তাই এই মাজনিশা গুলাই গৈছে ফুকনৰ তালৈ। তাতে বুজিবা।

"কিয় ?"

—"নাগৰিক প্ৰতিৰক্ষাৰ যো-জা কৰিছে।"

—"নাগৰিক প্ৰতিৰক্ষা ?"

—"মানে আক্ৰমণ হ'লে সৈন্য সকলৰ লগতে নাগৰিকসকলে কেনেকৈ যুঁজ দিব তাৰ চিন্তা কৰা।"

—"বকুলে জানো যুদ্ধ কৰিব পাৰিব ?"

—"তাইৰ এন-চি-চিৰ ট্ৰেইনিং আছিল। যুদ্ধৰ বাহিৰেও আৰু বহুত কাম আছে।"

—"হলেও কেনেকৈ কাম কৰিব তাই ?"

—"সেইবোৰ কথা মই নেজানো। কিন্তু ইপিনে কি শুনিছোঁ ক'ব



পাৰা ? কোম্পানীয়ে 'ৰেডী' হৈ আছে কল-কাৰখানা জ্বলাই দিবলৈ।"

—"কি ! কিয় ?"

—"কৰিব লাগিব হেনো। শত্ৰুৰ হাতত পৰিবলৈ দিয়াতকৈ বোলে জ্বলাই দিয়াই ভাল।"

—"হুঁ ! তেনেহলে ইয়াৰ পৰা-যোৱাই ভাল।" অলিৰ চিন্তা হ'ল।

—"ময়ো ভাবিছো। নলিন ক'লৈ গ'ল ? মোৰতো জনাই ঘৰ ক'তো নাই। ক'লৈ যাওঁ তাকে ভাবিছোঁ।"

—"নলিনহঁত গ'ল গাৱঁলৈ। দেউতাহঁতৰ ঘৰখন কোনোবাই পুৰিছে। ভঁৰালৰ ধানবোৰো নিলে। দেউতাই মাটি-বাৰী বেচিব খোজা বাবে খঙতে তেনে কৰিছে কোনোবাই।"

—"কোনে কৰিলে ?"

—"জানিব কেনেকৈ ? কিন্তু সাধনীৰ পুতেকক সকলোৱে সন্দেহ কৰিছে। শিৱসাগৰৰ পৰা ফোন কৰিছিল নলিনে। সেই মানুহটোকে সন্দেহ কৰিছে।"

—"বাৰু থওঁ। নলিন আহিলে খবৰ দিবা।"

—"বাৰু !"

অলিয়ে ফোনটো থৈ দেখিলে লাইটৰ পোহৰত মাকৰ মুখখন বৰ করুণ হৈ প্ৰকাশ পাইছে। মুখত চিন্তা।

—"মা উঠিলি কিয় ? শুই থাক।"

—"কি হৈছে ? কচোন।" মাকৰ মুখত উৎকণ্ঠা।

অলিয়ে ক'লে কাকতিয়নীয়ে কোৱা কথাবোৰ।

অলীৰ মাকে গম্ভীৰ ভাবে ক'লে, "কলিৰ শেষ হ'ল। দলাই লামানে কি তেওঁ ৰঙা ঘোঁৰাত আহোতেই মই কৈছিলো ভাগৱতৰ কথা ফলিয়াইছে। এতিয়া সংসাৰ ধ্বংস হ'ব।"

অলিৰ হাঁহি উঠিল, ক'লে,—"মা কল্কি অৱতাৰ নহয়, সেইজন

চীনাৰ অত্যাচাৰত থাকিব নোৱাৰি পলাই অহা মানুহ। আমাৰ অফিচাৰবোৰো ভাগিছে।"

—"চীনাবোৰে আক্ৰমণ কৰিছে কিয়?" মাকে বুজিব নোৱাৰি সুধিলে।

অলিয়ে কলে, "আমাৰ সীমা ঠেলি আনিছে। সেইবোৰ বোলে সিহঁতৰ। এতিয়া এইদৰে আহি থাকিলে সিহঁত ডিগবই পাবহি। আমিও যাব লাগিব ইয়াৰ পৰা।"

"ক'লৈ যাবি? ঘৰখন আছিল, তাকো পুৰিলে কোনোবাই। আশ্ৰয়েই নোহোৱা হ'ল। শিবসাগৰৰ ঘৰখনো হোৱা নাই, কিন্তু তাত থকা যি ইয়াত থকাও সি। ইবোৰ ক'লৈ গৈছে?"

—"খেনো কলিকতা পাবগৈ। আমিও যাব লাগে নেকি?"

—"কলিকতালৈ গৈ কৰিবি কি? নিজৰ ঠাই এৰি যোৱা ভাল নহয়।"

অলিয়ে একো নেমাতিলে। পলাশৰ ওচৰলৈ গৈ দেখিলে পলাশ ঘোৰ টোপনিত। তাই পলাশৰ কপালত চুমা খালে।

তাৰ পিচত এবাৰ পেটত থকা সন্তানটোৰ কথা ভাবিলে। খুব সম্ভৱ ছোৱালী হ'ব। ছোৱালী হ'লে তাইৰ খুব ভাল লাগিব। কিন্তু নলিনৰ মতি-গতি দেখি তাইৰ বৰ শংকা। গৰ্ভপাত নকৰাৰ বাবে তেওঁ বৰ অস্থিৰ হৈ পৰিছে। কেইবাটাও দৰব আনি থৈছে। সেইবোৰ তাই দেখিছে। তাইক কেইবাবাৰো কলিকতালৈ যাবলৈ লগ ধৰিছে। কিন্তু তাই কাণষাৰ কৰা নাই। তাই খুব সাবধানে চলিছে। কেতিয়াবা নলিনে দিয়া মদ খাবলৈও তাইৰ শংকা হয়। কিজানি দৰব মিহলি কৰি দিয়ে। নলিন কেতিয়াবা বৰ অবুজ হৈ উঠে। তাইৰ বাকচ মনে মনে খুলি সেনগুপ্তৰ চিঠি ছবি উপহাৰ সকলোবোৰ উলিয়াই লণ্ড-ভণ্ড কৰে। সন্দেহক্ৰমে প্ৰতিশোধৰ ভাৱত পৰিণত হৈ পৰিছে। একমাত্ৰ বকুলে গম পায় কথাবোৰ। তাই বকুলৰ লগত নিৰ্ভয়ে বহি কথা পাতিব পাৰে। ছোৱালীজনীৰ মনতো



প্ৰতিকাৰহীন বেদনা। এতিয়া দুৰ্যোগৰ সন্ধান পাই সেয়ে তাই হঠাতে কৰ্মমুখৰ হৈ পৰিছে।

মাকৰ কথাবোৰ এটা কাৰণে তাইৰ ভাল লাগিল। দুৰ্যোগ আহিলে মানুহ পলাব নেপায়। যি হয় ইয়াতে হ'ব। সচাঁ কথা। বকুলৰ দৰে তায়ো দেখোন কাম কৰিব পাৰে। নাগৰিক প্ৰতিৰক্ষাৰ কাম। নলিনৰ সন্দেহ আৰু অবিশ্বাস বাঢ়ি অহা যেন দেখা গৈছে। তাই মনত শান্তি পোৱা নাই। কাম কৰিলে শান্তি পাব।

হঠাতে বাহিৰত এখন মটৰ ৰ'লহি। অলিয়ে বাৰান্দাৰ লাইট জ্বলাই দিলে। ওলাই গৈ দেখিলে বকুল। বকুলৰ মুখ আনন্দত উজ্বল।

"কি হ'ল বকুল? ইমান আনন্দ কিয়, এই দুৰ্যোগৰ মাজত?"

"অলি বাইদেউ, এইবাৰ মই জীৱনৰ এটা অৰ্থ বিচাৰি পাইছোঁ। দেশৰ বাবে যুঁজি মৰিম।" তাই ৰ'ল, তাৰ পিচত ক'লে "নহলে মোৰ আৰু কি আছে?"

অলিয়ে জানে বকুলে কিহৰ কথা কৈছে। এতিয়া গোটেই ডিগবয়ে জানে বকুল কাৰ সন্তান। তাই জন্মতে হৰিজন। অলিয়ে হাঁহি কলে—"কি কৰিবা কোৱাচোন? মোৰো বৰ বেয়া লাগিছে। কিবা এটা কৰিবৰ মন গৈছে। তুমি জানাই মোৰ কি যন্ত্ৰণা হৈছে। মোকো তোমাৰ লগত লোৱা।"

"খুব ভাল হয়। দাদা ইমান উচ্চ শিক্ষিত হৈ ইমান অবুজ কিয়?"

অলিয়ে কলে, "কি কৰিবা কোৱাচোন?" অলিৰ চকুৰে মুখে এটা যন্ত্ৰণা ফুটি উঠিল।

বকুলৰ খং উঠিল, কলে "নলিন দাদা নিজে ইমান সৎ নহয়। তেওঁ তোমাক কিয় এনেকৈ যন্ত্ৰণা দিব?"

অলিয়ে বকুলৰ ফালে একেথৰে চাই ৰল, তাৰ পিচত হাঁহি কলে, "নলিনেই মোক এই জীৱনত আনি ভৰ্তি কৰিলেহি। কিন্তু সতীত্বৰ ক্ষেত্ৰত আধুনিক আৰু প্ৰাচীন পুৰুষ সকলো একে। তেওঁলোকে নাৰীক পবিত্ৰ কৰি ৰাখিবলৈ বিচাৰে। মই সতী হৈয়েই আছোঁ,

তথাপি মানুহটোৰ শান্তি হোৱা নাই। মই সকলো কথা খুলি কৈছো বকুল। তথাপিও তেওঁৰ বিশ্বাস হোৱা নাই।"

বকুলে কলে, "মই যিমান দূৰ জানো নলিনদাৰ ঈৰ্ষাৰ ভাৱ নাই, তেওঁৰ মনত পাপৰ বেদনাও নাই। কিন্তু লোকৰ সন্তান পৰিয়ালত সোমাই বংশত তেজ আৰু পৱিত্ৰতা নষ্ট কৰে বুলি তেওঁৰ ভয় হৈছে।" বকুল ক'ল, "কিন্তু তোমাৰ কথা অবিশ্বাস কৰাৰ একমাত্ৰ কাৰণ হৈছে আত্মবিশ্বাসৰ অভাব। মানুহটোৰ মানসিক ভাৰসাম্য নষ্ট পাইছে।"

অলিয়ে কলে "মই যে আৰু কিছুদিন এইদৰে থাকিলে মৰিব লাগিব। আত্ম-সন্মান ৰক্ষা কৰিবৰ আন উপায় নাই। নহলে কিবা এটা দুৰ্ঘটনা হৈ অপমৃত্যু হওক ?"

বকুলে হঠাতে ঘড়ী চালে, তাৰ পিচত কলে, "আজি আৰু এইবোৰ কথা নেপাতো। তুমি যোৱা যদি ব'লা। ভলন্টিয়াৰ গ্ৰুপ কৰি পহৰাৰ ব্যৱস্থা আজিয়েই কৰিব লাগে। চীনাহঁত কেতিয়া পায়হি কোনে জানে ? তুমি ওলোৱা। পলাশ কেনে আছে ? অ শুই আছে। লভ্‌লি বয়।"

এই বুলি বকুলে আগবাঢ়ি গৈ শুই থকা পলাশৰ কপালত এটা চুমা খালে। অলিৰ মন আনন্দতে নাচি উঠিল।

এইবাৰ বকুলক তুলি নি অলিয়ে বিচনাখনৰ ওচৰত বহুৱাই দিলে। বকুলে অলিৰ হাতত ধৰি কলে,—"বাইদেউ, দাদাৰ অবিচাৰ অসহ্য ! তথাপি তুমি মোৰ দৰে দুখ সহা নাই। মোৰ কি জীৱন জানা নহয় ? সকলোৱে জানে মোৰ normal marriage নহয়। কোনো যুৱকৰে সাহস নাই। মই বৰ অকলশৰীয়া। মোৰ কোনো নাই।···

···গতিকে এয়ে মোৰ শেষ আশা। মই যুঁজি মৰিম ; দেহটো এটা কামত লাগিব।"

ৰিফ্ৰিজেটৰৰ পৰা অলপ কফি আনি বকুলক খাবলৈ দি অলিয়ে কলে, "খাই লোৱা। অলপ জিৰোৱা। ৰাতিখন ফুকনৰ তালৈ নগলে নহয়নে ?"



বকুলে কফি খাই কলে, "হব কেনেকৈ ? কলো নহয়, কোন মুহূৰ্তত কি হয় কোনে জানে ? তুমি যদি যোৱা ওলোৱা।"

তেনেতে মাক আহি ওলালহি।

তেওঁ বকুলক এক ভয়াবহ বাঘিনী বুলিহে ধৰিলে, সমবেদনাৰ পাত্ৰী বুলিও নেভাবিলে। বকুলক তেওঁ কাষত নিবিচাৰে। নিজৰ ঘৰত বিশেষকৈ অলিৰ বিচনাৰ কাষত নিবিচাৰে। তাই পাপৰ ফল। তাই পাপ। তেওঁ কলে—"তই কলৈ যাব খুজিছ অলি ?"

"এটা দৰকাৰত যাব লগা হ'ল।" অলিয়ে কলে, "তোমাৰ ভয় লাগিব নেকি ? স্বেচ্ছাসেবক বাহিনী গঠন কৰিব লাগে। চীনা সৈন্য আহিলে মানুহক দিহা পৰামৰ্শ দিব আৰু সহায় কৰিব লাগিব।"

মাকে কলে, "যুজিবিগৈ ? গছত গৰু উঠা কথা হোলোঙাৰে কাণ বিন্ধা কথা কিয় কৈছ ? ৰাতিখন ওলাই নেযাবি।"

বকুলৰ আগত অলিয়ে লাজ পাই কলে, "মা আজি তোমাৰ হকা-বধা মই নেমানো। তোমাৰ কথা শুনিলে আমি জহন্নামে যাম।"

"তহত সকলো মৰিলেও মোৰ চকুপানী নোলায় অলি। তহঁত সকলো জহন্নামে গলি। কলিৰ শেষ হ'ল।"

স্ত্ৰী ধন জন যৌৱন মদে
অন্ধ হোৱে বিদ্যা গৰ্বৰ পদে
বিষ্ণু বৈষ্ণৱক জপায়া বন্ধে
হৰি নাম যেন কাণত বিন্ধে
হৰি ভকতক যিজনে হাসে
দুবুজি বেদৰ অৰ্থ বিনাশে
জগততে বিষ্ণু আছন্ত ব্যাপি
শুনিয়া তাক দুবুজয় পাপী।

তহঁতক বুজাবৰ মোৰ ক্ষমতা নাই। কিন্তু এইবোৰ যে আক্ৰমণ হৈছে এইবোৰো পাপৰ ফল। এতিয়াও পাপ এৰ, ভগবানে চকু মেলি চাব। ৰাতিখন নাযাবি।"

অলিয়ে ক'লে, "তুমি অবুজ নহবা মা। নগলে নহ'ব।"

মাকে কলে, "তহঁতিনো কি কৰিবি—বন্দুক ধৰিব জানো জান ?"

অলিয়ে মাকৰ লগত আৰু কথা নেপাতিলে। তাইৰ বিশ্বাস নহ'ল মাকৰ কথাবোৰ। তাই অন্ধকাৰলৈ চাই ৰ'ল। সেই অন্ধকাৰৰ মাজেৰে যেন দুৰ্যোগ নামি আহিছে।

সঁচাকৈয়ে এইবোৰ পাপৰ ফল নেকি ?

বকুলে একান্ত মনে কফি খাই আছিল। তাই হাঁহি কলে, "বন্দুক ধৰিব জানো। কিন্তু তাতোকৈও ডাঙৰ কাম হ'ল মানুহবোৰক ৰখা। ডিগবইৰ পৰা মানুহ ভাগিবলৈ লৈছে।"

মাকে অবাক হৈ বকুলৰ কথা শুনিলে।

## পোন্ধৰ

তুৱাৰথন মেলি মাধৱ সোমাল। দেখিলে ৰামদয়াল ড্ৰাইভাৰ, হৰদয়াল, দীনবন্ধু উপাধ্যায় তিনিওটা মদৰ পোক তাত আছে। ডিগবই চহৰ ধ্বংস কৰিব বোলাত সিহঁত সন্ত্ৰস্ত হৈ উঠিছে। ডিনামাইট বোলে ফিট কৰি ৰাখিছে। ফুকনৰ লগত পৰামৰ্শ কৰিবলৈ আহিছিল। কিন্তু মাধৱৰ উদ্দেশ্য আছিল বেলেগ।

মাধৱে ইহঁতক বিচৰা নাছিল। বিচাৰিছিল ফুকনক। ইতিমধ্যে ফুকনে মাধৱৰ কথা গম পাইছে। দত্তই মাটি-বাৰী বেচা গম পাই অংশ পাম বুলি আশা পুহি থকা মাধৱে অকস্মাতে কাণ্ডৰহিত হৈ ঘৰ-বাৰী জ্বলাই দিলে আৰু পথাৰৰ ধানো খাবলৈ নাইকিয়া মানুহৰ হতুৱাই নিওৱালে। ফুকনকো নুসুধিলে। মাককো নুসুধিলে। মাককো সি অৱশ্যে ভাল নোপোৱা হ'ল। এতিয়াও মাকে সেই দত্তৰ লবাটোৰ গুণগান কৰে। অথচ নিজেও বেশ্যাগিৰি কৰি তত নেপায়। স্বয়ং আঘোণা গোঁসায় আৰু পুণাৰাম মণ্ডল আহে সি নোহোৱাত। কেতিয়াবা পালে সি ঘপিয়ালেহেঁতেন। কিন্তু নেপায়। আগতে একমাত্ৰ আশ্ৰয়ৰ আৰু উপদেশৰ স্থল আছিল গাৱঁৰ হৰেশ মাষ্টৰ। কিন্তু তেওঁৰ বিধবা ভনীয়েক জনী আপোন ইচ্ছাতে ফুকনৰ লগত অহাত তেৱোঁ নাৰাজ হল। মাষ্টৰে তাৰ যোগ আছে বুলি সন্দেহ কৰিলে। পঢ়া-শুনাত আৰু মন নাই মাধৱৰ। কিবা এটা কৰি পৃথিবীখনক লম্পটবোৰৰ পৰা মুক্ত কৰিব লাগে। সি ডিগবইলৈ আহিছে দত্তক এসেকা দিবলৈ। দৰকাৰ হ'লে মানুহ কাটিবও পাৰে সি। কিন্তু ফুকনে তাক এইকাম কৰিবলৈ নিষেধ কৰিছে। এটা মানুহক কাটি হব কি ? আচল কথা হৈছে জহৰাৰ আইন সন্মত অধিকাৰ লাভ কৰা। প্ৰাচীন ভাৰতত বোলে মাকৰ লৰা বুলি কলেও সমাজে

মানিছিল। স্বয়ং সত্যকাম আছিল জহৰা। কিন্তু মহাভাৰতৰ দিনত কথা-কাণ্ড বেলেগ হল। কৰ্ণই পঞ্চ পাণ্ডৱৰ পৰা সুবিচাৰ নেপালে। স্বাধীন ভাৰতত এই স্বত্ব লোৱাটোৱেই হ'ল ডাঙৰ কাম। কিন্তু মাধৱৰ মনে মনা নাই। সি দত্তক ছান্দি ফুৰিছে। যদি মাটিৰ টকাৰ এটা অংশ নিদিয়ে তেন্তে নিশ্চয় কাটিব। তাকে ফুকনক লগ ধৰি সি কৈ যাব। এই মানুহটোতে তাৰ অকণমান আস্থা আছেগৈ। ফুকনে বোলে সি পলাই ফুৰা শুনি চিন্তিতো হৈছে।

ফুকন বৰ ভাল মানুহ। সকলো আহিছে ফুকনৰ ওচৰলৈ, কোম্পানীয়ে কাৰখানা আৰু তেল জ্বলাই দি গুচি যাবলৈ ওলাইছে। একজিকিউটিভ ষ্টাফো গৈছেগৈ। তেতিয়া কি হব বাকীবোৰৰ? হৰদয়ালহঁত ফুকনৰ মদৰ সংগী। কিন্তু আজি মদ খাবলৈ অহা নাই। এই ডিগবই চহৰ এৰি যাবলৈ সিহঁতৰ ঠাই নাই। চাহাব-বোৰৰ টকা আছে, দূৰ ঠাইলৈ গুচি যাব। বগা চাহাববোৰ বিলাতলৈ ঘূৰি যাব। আন কাম পাব। কিন্তু সিহঁতে কি কৰিব! গাৱঁলৈ আৰু যাব নোৱাৰে সিহঁত। অসম্ভৱ। আনত চাকৰি পোৱাও অসম্ভৱ। গতিকে ইয়াতে কিবা-কিবি কৰি থাকিব লাগিব। চীনা আহিবলৈ হ'লেও সৰ্ব্বনাশ। মাকুমৰ গোটেই সোপা চীনাকে গ্ৰেপ্তাৰ কৰি নিছে। দুই এটা স্পাই আছিল বুলি কথা উঠিছে। অৱস্থা বৰ সাংঘাতিক।

ফুকন তেতিয়া ঘৰত নাছিল। বকুলহঁতৰ লগত স্বেচ্ছাসেৱক বাহিনী গঠনৰ কথা পাতি থাকোতে বেলি হ'ল। মাধৱ সোমোৱাৰ পিছতে তেওঁ দুৱাৰ খুলি ভিতৰ সোমাল। দেখিলে ঘৰ মানুহেৰে ভৰি আছে। কিন্তু পোন প্ৰথম চকু পৰিল মাধৱৰ ওপৰত। অস্বস্তি বোধ কৰি তেওঁ তাক বাহিৰলৈ মাতি আনি সুধিলে তই কেতিয়া আহিলি?

—অলপ আগতে।

ফুকনে কলে, এইখন কি কৰিছে?



মাধৱে উত্তৰ দিলে, সিহঁতৰ আৰু কৰিব লাগে। কি কৰো চাই থাককচোন। মাটিৰ ভাগ নিদিয়ালৈকে দত্তক নেৰিছো।

ফুকনে ক'লে,—শুন মাটিৰ ভাগ লৈ কি কৰিবি? তাতকৈ আধিয়াৰবোৰক মাটিৰ স্বত্ব দিয়াৰ আন্দোলন কৰ। ঘৰ পুৰি কি হ'ল লাভ? পুলিচ ঘূৰি ফুৰিছে তোৰ পিচে পিচে।

মাধৱে একো নেমাতিলে। গাৱঁৰ মানুহে উচটাই তাৰ মগজটো পাতল কৰি দিলে। মাকৰ স্বভাৱেও তাক বৰ অশান্তি দিছে। তাৰ মহা দুৰ্দশা গাৱঁত। মানুহবোৰৰ কাৰণে কাম কৰিলে কি হ'ব? কোনেও তাক লগত থাবলৈ নিদিয়ে সকামে-নিকামে। ফুকনৰ মুখে মুখে কথা কবলৈ তাৰ ইচ্ছা নহ'ল। ফুকনৰ কথা মতে আৰু খেতিয়কৰ আন্দোলন কৰাতো সি নাই। সি সেইবোৰ এৰি দিছে। এতিয়া সম্পত্তিৰ ভাগ পালেই হ'ল। দত্তৰ সম্পত্তিৰ ভাগ পালে সি মানে-জহে থাকিব। "মোৰ একোলৈকে ভয় নাই। যি কৰো মই নিজে নিজে কৰিম। আপোনাৰ দিহা-পৰামৰ্শ নেলাগে। আঘোণা গোঁসায়ে সিহঁতক এতিয়াও বায়। মোক এঘৰীয়া কৰালে। পাবোতেনো ঘৰত জুই দিলোনে? দত্তৰ ঘৰ নেলাগে। সম্পত্তিৰ ভাগ নেপালে তেওঁকো কাটিম।"—এই বুলি মাধৱ গুচি গল।

ফুকনে হুমুনিয়াহ ছাৰি ভিতৰ সোমাল। ই পয়মাল এটা হুটাব যেন পাইছো।

ৰাতি পুৱাবৰ হৈছিল। চকীত বহি ফুকনে ৰামদয়ালহঁতলৈ চাই ক'লে, "মোৰ বেলি হৈ গল। কাৰখানাৰ হুইছেল বাজিবৰ হ'ল। শুনাহঁক, কাম তিনিটা। চাউল-পাতৰ দোকান খোলা ৰখা। লৰাছোৱালী আৰু মাইকী মানুহৰ ইভেকুৱেচনৰ প্লেন। তিনি ভলন্টিয়াৰ সংগ্ৰহ।"

কিছুপৰ আলোচনা চলিল। আবেলি ভলন্টিয়াৰ ৰেলি কৰিবলৈ থিৰাং কৰা হল।

ফুকনে ক'লে, "বকুলক চিনি পোৱানে দীনবন্ধু ? অলি দেৱী আহিছে।"

—অঁ।

—বকুলক ভাল লাগিল। তেওঁ বোলে শেহলৈকে থাকিব। দৰকাৰ হলে বন্দুক ধৰিব। বৰ সাহসী ছোৱালী।

দীনবন্ধুৱে কলে, "যুদ্ধত মাইকী মানুহ ৰাখি লাভ নাই। তেওঁলোক যাতে নিৰাপদ ঠাইলৈ যাব পাৰে তাৰ দিহা কৰা ভাল। হাড়মাল হ'ব।"

"কিন্তু মানুহ কিজনীয়ে কাম কৰিবলৈ ওলাই আহিছে কৰক।"

দীনবন্ধুৱে কলে,—"নিজৰ দায়িত্বত কৰিব পাৰে।"

ফুকনে ক'লে, আগতে ভলন্টিয়াৰ সংগ্ৰহ। তাৰ পিচত আনবোৰ। বকুলহঁতৰ মটৰ আছে। তুমি তেওঁলোকৰ লগত ঘূৰি কিছু টকা গোটোৱা। আৰু দীনদয়াল, তোমালোকৰ ড্ৰাইভাৰবোৰৰ নাম, গাড়ীৰ এখন লিষ্ট, দৰকাৰী মানুহৰ ফোন নং, ঠিকনা আমাক লাগিব। জৰুৰী সময় হলে যাতে পাওঁ।"

দীনবন্ধুৱে কলে, 'ডিগবই বোলে উৰাই দিব !'

—অঁ। শুনিছোঁ। যেতিয়া ৰক্ষা কৰাৰ আশা নেথাকে তেতিয়াহে।

—সৰ্বনাশ হ'ব।

ফুকনে হুমুনিয়াহ ছাৰি ক'লে, "সেইবোৰ পিচৰ কথা। দুঃখ কৰি লাভ নাই। শত্ৰুৰ হাতত তেলৰ পুং পৰিবলৈ দিব নোৱাৰি।"

## ষোল্ল

মাধৱে ফুকনৰ হাক-বচন নুশুনিলে। কিন্তু এই দুৰ্যোগৰ মাজতো তাৰ প্ৰতিশোধ পূৰণৰ ভাবহে মনলৈ আহিল। আজি দুদিন সি তাৰে ধান্দাত ঘূৰিছে।

মাধৱে এই কেইদিন সদায় অলিহঁতৰ গাড়ীখনৰ ওপৰত চকু দি আছিল। অলিকো দেখিছে, অলিৰ মাককো দেখিছে, কিন্তু দত্ত নাই। সি দুদিন দত্তক বিচাৰি ফুৰিছে। যদি মাটি-বেচা ধনৰ ভাগ নেপায়, তেন্তে সি দত্তক যেন তেতিয়াই শেষ কৰিব, এনে ভাব। মাকে তাক স্পষ্টভাৱে কৈছে সি দত্তৰ নাতিয়েক। তাৰ লগত দত্তৰ বৰ ল'ৰা বিকাশৰ চেহেৰাৰ মিল আছে বুলি গাৱঁৰ সকলোৱে জোকায়। তাৰ মাকে নিৰ্লজ্জভাৱে আৰু তাৰ আগত গৰ্বও কৰে। পঢ়া-শুনা কৰিও সি শান্তি নেপায়। স্কুলত লৰাই জোকায়, মাষ্টৰে হেয় জ্ঞান কৰে,—অৱশ্যে একমাত্ৰ হৰেশ মাষ্টৰৰ বাহিৰে। কিন্তু ভনীয়েকক ফুকনে অনাৰ পাছত তেওঁৰ লগতো তাৰ সম্ভাৱ নোহোৱা হ'ল। বামুণীৰ নাম কেশেশ্বৰী। কেশেশ্বৰী ফুলতে বাঁৰী হ'ল। কেইবাবাৰো তাই আন মতাৰ লগত গুচি যাব খুজিছিল, কিন্তু হৰেশ মাষ্টৰে যাবলৈ নিদিলে। গাৱঁত আৰ-তাৰ ঘৰত নিৰাপদে সদায় কামবন কৰি চাউল মোকোলোৱাও বিপদ। আটাইতকৈ টান আঘোণা গোঁসাইৰ তাত। চৰিত্ৰহীন মানুহ। পূজাপাতল কৰি সদায় ভোৰতাল কোবায় ; কিন্তু চৰিত্ৰৰ দোষত গোঁসানীৰ সদায় গঞ্জনা খায়। উৎপাতত থাকিব নোৱাৰি গোঁসানীৰ বৈকুণ্ঠ প্ৰয়াণ হ'ল। খেনোৱে অৱশ্যে কয় বিহ খাই মৰিলে। তেতিয়াৰে পৰা গোঁসাইৰ উৎপাত আৰু চৰিল। একমাত্ৰ মাধৱেই আছিল কেশেশ্বৰীৰ ৰক্ষক। মাধৱৰ গাত বল আছিল। তাৰ লগৰীয়াও আছিল এদল। সেইবাবে সি হ'ল কেশেশ্বৰীৰ ৰক্ষক। কিন্তু মাকে তাক সদায় এই কাৰণে কটু কথা

শুনাই থাকে। এদিন ফুকনে ডিগবইৰ পৰা গৈ সাধনীৰ তাত থাকোতে হ'ল কেশেশ্বৰীৰ লগত দেখা। দেখা মাত্ৰকে সহানুভূতিত আৰু মৰমত পমি গ'ল ফুকন। নিয়াৰ ইচ্ছা কৰিলে। কেশেশ্বৰীয়ে ভাত সন্মতি জনালে। মন নেথাকিলেও মাধৱেই ফুকনৰ অনুৰোধ মতে কেশেশ্বৰীক ডিগবইলৈ লৈ যাব লগা হ'ল। তাৰ মন নাছিল, কিন্তু মাকৰ খেচ-খেচনিত যাব লগা হ'ল। সাধনীকেই নিবৰ বাবে ফুকনে বহুত বাৰ চেষ্টা কৰিছিল। কিন্তু সাধনী এতিয়া প্ৰায় বুঢ়ী হ'ল, তদুপৰি ফুকনক তাই ভালো নেপাইছিল। ফুকনেও তাইক কোনো দিনে ভাল পোৱা নাছিল। শেহত তেওঁ আশা এৰি দিছিল। সাধনীয়েও মুকলিমূৰীয়া জীৱনৰ জুতি বিচাৰিছিল। গতিকে তাই কেশেশ্বৰীক ফুকনৰ হাতত আনন্দ মনেৰে তুলি দিলে।

ঘৰত তাৰ ভাল নলগা হৈ আহিছিল। ছ'চিয়েলিষ্ট আৰু কমিউ-নিষ্ট সকলৰ লগত গাৱঁৰ আধি খোৱা আৰু দুখীয়া খেতিয়কৰ মাটি লাভৰ বাবে আন্দোলন কৰিছিল, কিন্তু দত্তৰ মাটি-বাৰীবোৰ বেচাৰ পৰা তাৰ মন ঢাল খালে সকৰে পৰা পাবৰ বাবে আশা কৰি অহা সম্পত্তিৰ এটা ভাগৰ বাবে।

দুদিনৰ মূৰত সি খবৰ পালে যে দত্ত গৈ শ্বিলং পালেগৈ। কেতিয়া আহে সি ক'ব নোৱাৰে। ৰৈ ৰৈ তাৰ ধৈৰ্য্য হেৰাই গৈছে। ডিগবইত থাকি তাৰ ভাল লাগে, কাৰণ ইয়াত কোনেও তাৰ জন্মৰ কথা নেজানে আৰু বিচাৰো নকৰে। বাৰে বৰণীয়া মানুহৰ চহৰত অন্ততঃ জহবাৰ মুকলি ভাৱে নিন্দা কৰোতা কোনো নাই। কিন্তু ইয়াত তাক পুলিচে খেদি ফুৰিছে। ফুকনে কেইবাৰাৰো তাক সাৱধান কৰি দিছে। ইয়াত সি মুছলমানৰ পোছাক পিন্ধি আছে। কোনেও চিনিব নোৱাৰে।

আলিবাটত আৰু বৰকৈ এখন গাড়ী তাৰ চকুত পৰিছে। নাগৰিক প্ৰতিৰক্ষা কাৰ্য্য কৰোতে কৰোতে স্বাভাৱিক ভাৱেই বকুল আৰু দীনবন্ধুৰ মাজত নতুন সৌহাৰ্দ্দ্য গঢ়ি উঠিছে। দুয়ো তিনি দিন



একেখন মটৰ গাড়ীত ঘূৰিছে। বকুলৰ কোনো সংকোচ নাই। তাই বৰ ধুনীয়া, এবাৰ চকু কেইটালৈ চালে লাজত ঘূৰি ৰাৰু সি মূৰ তুলিব নোৱাৰে। বগলী পাখি যেন সাজ গাত। বুকুখন যেন খনিকৰেহে কৰা। বকুলো তাৰ দৰে জহৰা। ফুকনে তাক কৈছে কেনেকৈ তাই জন্ম পালে, কেনেকৈ শিক্ষা পালে, কেনেকৈ নিজৰ কথা জানিলে, কেনেকৈ এতিয়া বিপদলৈ জুমিয়াইছে। তাই বুজিছে তাইৰ সমাজত মূল্য নাই। তাই দীনবন্ধুৰ লগত ঘূৰি মিছিমি ভগণীয়া মানুহবোৰৰ শুশ্ৰূষা কৰিছে। ইপিনে ফিল্ডত নিয়মিত ভাবে কুচ-কাৱাজৰ শিক্ষাবো দিহা কৰিছে। এইবোৰ দৃশ্য চাই মাধৱৰ তিতাও লাগিছে আৰু উত্তেজনাও অনুভৱ কৰিছে। সি লাহে লাহে তাৰ পৰা আতৰি গ'ল।

# সোতৰ

সেই দিনাও ফিল্ডত নিয়মিত ভাৱে ভলন্টিয়াৰৰ কুচকাৱাজ চলিছে। ফুকনে এখন খবৰ কাগজ পঢ়ি আছে! তেওঁ হেড লাইন চায়েই বুজিব পাৰিছে কি তয়া-ময়া যুঁজ চলিছে ৱালঙত। ভগনীয়া শিবিৰত মিছিমিবোৰৰ শুশ্ৰূষাত সহায় কৰিছে দুজনমান এন-চি-চিৰ ল'ৰাই। কেম্পত মিছিমিবোৰে কিবাকিবি কৈছে। মিছিমিবোৰ দেখাত সবল। শিবিৰলৈ কিছুমান খবৰ কৰা মানুহো আহিছে। তাৰে ভিতৰত এজনক মানুহে সমীহ কৰি চাইছে। কোনোবা নেতা। খদ্দৰৰ সাজ-পাৰ, চিকুণ মুখ, প্ৰশান্ত হাঁহি। কিন্তু মানুহজন বৈ গ'ল। কেউফালে চকু ফুৰাই তেওঁ ৰাইজক কিবা ক'ব খুজিছিলে, ক'ব নোৱাৰিলে। এবাৰ ফুকনলৈ চাই হাত বাউল দি মাতিলে, তাৰ পিচত দূৰলৈ লৈ গ'ল। দূৰত ক্লাবৰ এটা কোঠাত নাগৰিক প্ৰতিৰক্ষাৰ অফিচ। তাত বৈ তেওঁ ফুকনক ক'লে, "অৱস্থা বৰ বেয়া ফুকন, আমাৰ সৈন্য হুহকিছে। চৰকাৰে ইভাকুয়েচানৰ প্লেন লৈছে।"

ফুকনে মানুহজনক ভৰিৰ পৰা মূৰলৈ চালে, তাৰ পিচত ক'লে "আপুনি তেনে যাবলৈ কবলৈ আহিছে। আঁ যিবোৰ পাৰে যাওক।"

আৰু খন্তেক বৈ ফুকনে ক'লে, "আমাৰ মানুহবোৰ মাতি দিওঁ। আপুনি নিজে কওক।"

মানুহজনে উত্তৰ দিলে "নেলাগে।"

—তেনেহলে আপুনি গুচি যাওক। আমাৰ লগত যদি নেথাকে তেন্তে আঁতৰি যাওক। অফিচাৰবোৰো পলাইছে নেফাৰ পৰা।

—আটাইবোৰ নহয়। বহুত আছে।

—তেন্তে আপুনি যায় কিয়?

মানুহজনে উত্তৰ দিব নোৱাৰিলে। তেওঁৰ বিবেক স্থিৰ হৈ পৰিল। নপলাই উপায় নাই। ব্যৱসায় সকল গৈছে। সৈন্য পিচ



হুহকিছে। অফিচাৰ সকল গৈছে। বীৰ সিং কনট্ৰেক্টৰৰ ঘৰ বন্ধ। পুৱাৰ পৰা মটৰকাৰৰ সোঁত বৈছে ডিব্ৰুগড় অভিমুখে। তেৰোঁ যাব। তেওঁ সেমেনা-সেমেনিকৈ ক'লে—আপুনি অবুজন, সেইবাবে এনেকৈ কৈছে। মই যাওঁ।

ফুকনে ঘৃণাৰ চকুৰে চালে মানুহজনলৈ। স্থানীয় এজন ব্যৱসায়ী। কালি ৰাতিলৈকে তেওঁ ভলন্টিয়াৰ গোটাইছে। আজি পলয়ুৰ্দ্ধং। 'কাপুৰুষ', ফুকনে কলে। মানুহজন লাহে লাহে নেদেখা হ'লগৈ।

দিনৰ দিনটো ফিল্ডত থাকি ফুকনৰ ভাগৰ লাগিছিল।

তেওঁ এটা চিগাৰেট জ্বলালে। তেনেতে বকুল আহি ওলালহি। বকুলে ক'লে—"গোটেইখন'ত এটা ভয়াবহ নিস্তব্ধতা ফুকন। মন বেয়া লাগি গৈছে। মানুহবোৰক সাহ নিদিলে আৰু মানুহ ভাগিব।"

—যিবোৰ যায় যাওক, যিখিনি থাকে তাৰেই হ'ব।

কাষৰ আলি-বাটেদি কুচকাৱাজ কৰা ভলন্টিয়াৰবোৰ পাৰ হৈ গ'ল। বকুলে ক'লে—কাম বৰ লাহে লাহে চলিছে। মই নিশ্চিন্ত হ'ব পৰা নাই।

ফুফনে হাঁহি ক'লে—কি কৰিবা কোৱা।

ৰাইফল চুটিঙৰ অভ্যাস কৰিব লাগে। মই বহুত মানুহক কৈছোঁ।

ফুকনে ক'লে, ৫০ জনমান মানুহ ওলাবনে?

—ওলাব। মাইকী মানুহ ধৰিলে বেছি হ'ব।

ফুকনে প্ৰতিৰক্ষা অফিচৰ ওচৰত থকা এন-চি-চি কমাণ্ডেণ্টৰ ওচৰলৈ গ'ল। তাৰ পিচত কিছুপৰ কথা পাতি চুটিং প্ৰেক্টিছ কৰিবৰ বাবে আয়োজন কৰি থৈ আহিলগৈ।

আবেলিলৈ অলিৰ সৈতে লগ লাগি বকুলে ৫০।৬০ জন মতা-তিৰোতা গোটালে। কেম্প কমাণ্ডেণ্ট আহি সিহঁতক ফিল্ডলৈ লৈ গ'ল। ক্লাবৰ কাষতে প্ৰশস্ত ফিল্ড। কিন্তু দেখা গ'ল ৰাইফলৰ অভাবত বেছি ভাগ মানুহ বহি থাকিব লগা হ'ল। কমাণ্ডেণ্টজন কিন্তু নিৰ্বিকাৰ।

বকুলৰ খং উঠিল, ক'লে—"কাৰ মূৰটো কৰিছেনে আপোনালোকে ?"

কমাণ্ডেন্টজনে বকুলৰ কালে চালে, একো নকলে।

ফুকন আহি ক'লে, খং নেখাবাচোন ৰ'বা। যুদ্ধ আমি কৰিম বুলি বহি থকা নাছিলো নহয়, ঘপ্ কৰে ইহঁত ওলালহি······এই কিবা বোলেনে খেহনেজীয়াবোৰ !

মানুহবোৰে হাঁহিবলৈ বাধ্য হল। কেম্প কমাণ্ডেন্টে সিহঁতৰ এটা দুটাকৈ মাতি প্ৰাথমিক পাঠ দিলে ৰাইফল চুটিঙত। কিন্তু বেছি ভাগ মানুহ ৰহি থাকিল।

হঠাতে অলি ওলালহি। তাই বকুলক অলপ দূৰলৈ টানি নি ফুচ ফুচাই কিবা ক'লে। বকুলে বুলিলে, কোনে ক'লে ?

—কোনে ক'ব আৰু। শুনাবোৰে।

বকুলে কথা নকলে, গম্ভীৰ ভাৱে ক্লাবৰ ভিতৰ পালেগৈ। পাছে পাছে অলি গ'ল ; ৰেডিঅ'ৰ ওচৰতে বহি আছিল কাকতিয়নী। বকুলে সুধিলে,—খবৰ কি !

—খবৰ বৰ বেয়া বকুল। ৱালঙৰ পতন হ'ল।

বকুলে অকণো বেজাৰৰ ভাব নেদেখুৱালে। তাই ক'লে—দেউতাৰ বন্দুকটো মই লৈ আহোঁ, বেয়া হ'ব নেকি ! মানুহ বহি আছে। বন্দুক চলাবলৈ শিক্ষা দিব লাগে মানুহক।

আচৰিত হৈ কাকতিয়নীয়ে ক'লে, যা আনগৈ।

বকুল গুচি গ'ল। অলি কাকতিয়নীৰ কাষত বহিল। কাকতিয়নীয়ে ক'লে—অলি, নলিনও শ্বিলঙলৈ গ'ল।

—হয় নেকি ?

—অঁ। মোলৈ ফোন কৰিছিল। কোম্পানীয়ে বোলে যাবলৈ কৈছে চাৰি দিনৰ বাবে।

—আৰু কিবা কৈছিল নেকি ?

—ওহোঁ।



—পলাশৰ কথাও সোধা নাই ?

কাকতিয়নীয়ে অলিৰ মুখলৈ চাই ক'লে,—তোমাৰ খবৰ নোলোৱা বাবে দুখ লাগিছে নহয়নে ?

অলিৰ মুখখন ৰঙা পৰিল।

কাকতিয়নীয়ে ক'লে—নলিনে যোৱাৰ আগতে মোক বহুত কিবাকিবি কৈছিল। তাৰ মনটো বেয়া হৈছে। ফোনতো কৈছে।

—কি !—সভয়ে সুধিলে অলিয়ে।

কাকতিয়নীয়ে অলিক বহিবলৈ ক'লে। তাৰ পিচত ক'লে—বাৰু অলি তোমাৰ ওপৰত তাৰ ইমান খং কিয় !

—জানো ! —অলিৰ চকুযুৰি তললৈ নামি গ'ল।

কিছুপৰ দুয়ো নিমাতে ৰ'ল। দুপৰৰ ৰ'দ ম্লান হ'ল। জাৰ নামিল বতৰৰ ওপৰত। নাহৰৰ মৌন শাখাবোৰে তলমূৰ কৰিলে। ৰিফাইনেৰী চলাৰ শব্দ ভাহি আহিছে।

কাকতিয়নীয়ে ক'লে-নলিনে আৰু সন্তান নিবিচাৰে।

অলিয়ে উত্তৰ দিলে—কিন্তু—

—অলি, কোৱাচোন কিয় নলিনে এনেখন কৰিছে ?

—তেওঁ খুব সন্দেহ কৰিছে।

—তাৰ কিবা কাৰণ আছে নেকি ?

অলিয়ে লাহেকৈ ক'লে, "মই ঘৰত থাকোতে সেনগুপ্ত বিদায় লবলৈ গৈছিল।"

—হুঁ।

কাকতিয়নীয়ে অলিৰ এখন হাত নিজৰ হাতত লৈ ক'লে,—"নলিনে খুব সন্দেহ কৰিছে। মতা মানুহবোৰ তেনেকুৱাই। বহুত তিৰোতাই এনেকৈয়ে গিৰিয়েকক হেৰুৱায়।"

অলিয়ে ভয় খাই ক'লে, "খুলি কওক মাহীদেউ, তেখেতে কিবা কৈছে নেকি ফোনত ?"

—সি তোমাক বিশ্বাস কৰা নাই।

অলি বহি পৰিল. তাই 'ভগবান' বুলি উশাহ সলালে, মুৰটো ঘূৰাবলৈ ধৰিলে। "মোৰ বৰ দুৰ্ভাগ্য মাহীদেউ। তেখেতে আৰু কি ক'লে কওক ?"

—একো কোৱা নাই।

অলিয়ে হঠাতে ক'লে, "তেওঁ মোক আৰু ভাল নেপায় মাহীদেউ। কালি বৰ বেয়া সপোন দেখিলো। মোক যেন তেওঁ ক'ৰবাত এৰি থৈ আহিছে।"

কাকতিয়নীয়ে অলিৰ মুখলৈ চালে, তাইৰ প্ৰত্যেকটো মুখৰ ৰেখা পৰীক্ষা কৰিলে, কিন্তু একো বুজিব নোৱাৰিলে।

অলিয়ে আকৌ ক'লে –মই যদি······

কি হ'ল!

—মই যদি এই দুৰ্যোগতে মৰোঁ বৰ ভাল হয়। ময়ো বকুলৰ দৰে ৰাইফল চলাই যেন যুঁজি মৰোঁ।

তেনেতে হঠাতে থিয় হ'লহি মাক।

অলিয়ে কথা বন্ধ কৰিলে।

—এইক বিচাৰি বিচাৰি ফুৰোঁতে বহুত সময় গ'ল। বল যাওঁ অলি, মোৰ নাম-কীৰ্ত্তন কৰিবৰ হ'ল। আপুনি যাব নেকি ?

—মই নেযাওঁ। বকুলক লৈ যাম। আপোনাৰ তেখেত শ্বিলঙলৈ গ'ল।

—অঁ। বোৱাৰীয়েকক লগ পাবলৈ গৈছে।

—নলিনেও গৈছে। ফোনত ক'লে।

—সি বা গ'ল কিয় লৰা-তিৰোতা এৰি এই দুৰ্যোগত ?

—কোম্পানীয়ে ক'লে হব পায়।

অলিয়ে ক'লে বল মা, ঘৰলৈ যাওঁ। মই জানো কিয় গৈছে।

অলিহঁত গুচি গ'ল।

কিছুপৰৰ মূৰত বকুল আহিল, হাতত বন্দুকটো। তাই ক'লে—মা, খবৰ সঁচাকৈয়ে বেয়া। আমাৰ সেনা হাৰিছে। কোনে জানে



কোন মুহূৰ্তত সিহঁত পায়হি। মোৰ কিন্তু ভাল লাগিছে মা। মোৰ যুঁজিবৰ মন গৈছে।

কাকতিয়নীয়ে উঠি তাইক বিহ্বল ভাৱে সাবটি ধৰি কলে, "সেইদৰে নকবি। তই যুঁজ কৰাৰ কথা নেভাবিবি। মই তোৰ মা। মাকৰ কথা শুনিব পায়। লাগিছ লাগ। কিন্তু এনেকৈ—"

—তই মা নহয়। মোৰ মা নাই······

—বকুল, সেইদৰে আৰু নকবি, মোৰে শপত।

বকুলে হাক নুশুনিলে। বলেৰে কাকতিয়নীৰ কোলাৰ পৰা গুলাই গ'ল। মনৰ আঘাতত হঠাতে কাকতিয়নী ঢলি পৰিল। তেওঁৰ বুকুখন বিষাবলৈ ধৰিলে। তেওঁ বুজিলে আচল বিষেই আৰম্ভ হৈছে।

ওঠৰ

ফুকনে দিনটো ঘূৰি ফুৰিছে। সকলোৰে মনত এটা দুৰ্যোগৰ ছাঁ। যিসকলে পাৰিছে তেওঁলোক গৈছেগৈ। নোৱাৰাবোৰহে আছে। যিবোৰ আছে তেওঁলোকৰ মনত বিষাদ; বিদেশীৰ তলত থকাৰ সম্ভাৱনাই মুখ শুকুৱাই দিছে। ভাৰতীয় সৈন্য বাহিনী আৰু চৰকাৰক খুব গালি দিছে হৰদয়াল আৰু ৰামদয়ালে। গালি পাৰিছে ফুকনে নিজে। এটা জাতি অপ্ৰস্তুত কৰি ৰাখিছে তেওঁলোকে। খেনোৱে গালি পাৰিছে চীনক। লোকৰ দেশ আক্ৰমণ কৰাৰ পোতক তুলিবৰ মন সাজু, কিন্তু খাৰ-বাৰুদ আৰু মানুহ সাজু নহয়।

বিষণ্ণ মনে ফুকন ঘূৰি আহিল ঘৰলৈ। ঘৰতো এটা মহা সমস্যা। কেশেশ্বৰীৰ মনত কিবা এটা পোক সোমাইছে। তেওঁ কেশেশ্বৰীক মাতিলে আৰু অলপ মদ দিবলৈ ক'লে।

কেশেশ্বৰীয়ে ক'লে, "মদ দিব নোৱাৰো।"

"কিয়?"

"মদ খোৱাটো ভাল নাপাওঁ মই।"

"এইটো বামুণী ছোৱালীৰ কথা।" শ্লেষৰ হাঁহি ফুটি উঠিল ফুকনৰ মুখত। তেওঁৰ ডিঙিত মদৰ পিয়াহ লাগিছিল।

ফুকনৰ কথা শুনি কেশেশ্বৰী বিৰক্ত হ'ল। তাই বাহিৰৰ আলমাৰীটো খুলি হুইস্কিৰ বটল এটা আনি গিলাচ এটাৰ সৈতে আগত থলে, তাৰ পিচত ক'লে, "বিয়া পতাৰ কি কৰিলে?"

"নহব।"

কেশেশ্বৰীয়ে প্ৰমাদ গণিলে। ক'লে, "তেনেহলে মই পেটৰ সন্তানটো নষ্ট কৰিম। জহৰা ল'ৰা জনম নিদিওঁ।"

ফুকনে গিলাচত বাকী লৈ মদ খালে, তাৰ পিচত ক'লে, "জহৰাৰ পুতেক জহৰা হ'লে হানি নহয়। তোমাৰ এইবোৰ সংস্কাৰৰ কোনো মূল্য নাই।"



"নাই। মই দেখিছো মাধৱৰ কি হৈছে? জহৰা হৈ থকা বৰ টান। সি এতিয়া সম্পত্তিৰ ভাগ বিচাৰি ফুৰিছে। পাগলৰ দৰে হৈছে। তাৰ দশা মোৰ লৰাৰ হ'বলৈ দিব নোৱাৰো। ছোৱালী হ'লেতো আৰু বিপদ। মই তেনে হ'বলৈ দিব নোৱাৰো। নোৱাৰো, নোৱাৰো, নোৱাৰো।" কেশেশ্বৰীয়ে যিমান জোৰে পাৰে সিমান জোৰে ক'লে।

ফুকনে খঙত গিলাচতো মাটিত মাৰি ক'লে, "তোমাৰ মূৰতো। মোৰ লৰা হ'লে মই তাৰ ব্যৱস্থা কৰিম। বিয়াত মোৰ বিশ্বাসেই নাই। একেবাৰে বিশ্বাস নাই। মতা-মাইকী কোনো কাৰো নহয়। মই যে তোমাক সদায় ভাল পাই থাকিম তাক কব নোৱাৰো। মোৰ অৱশ্যে বয়স গ'ল। তোমাৰ বয়স আছে। তুমি যদি আন কাৰোবাক পোৱা, তেতিয়া মোক নেৰিবানে?"

কেশেশ্বৰীয়ে ক'লে—নেৰোঁ।

ফুকনে অবিশ্বাসৰ হাঁহি মাৰি ক'লে, "দেখিলেহে লেখিম। তোমাৰ কেই মাহ।"

"চাৰি মাহ।"

"তেন্তে এতিয়া বিনষ্ট কৰা পাপ।"

"পাপ নহয়, এনেকৈ জন্ম দিয়াটোহে পাপ।"

ফুকনে কেশেশ্বৰীলৈ চালে। তাৰ পিচত ক'লে, "সঁচাকৈয়ে তুমি সন্তান নিবিচাৰা?"

"ওহোঁ।"

"মই বিচাৰো।"

"তেন্তে বিয়া পাতঁা। আবিঐ হৈ মই থাকিব নোখোজো।"

"নাই নাই নেলাগে। সমাজখন মই ঘিণাওঁ। সিহঁতৰ সন্মতি মোক নেলাগে।"

"তেন্তে মোকো সন্তান নেলাগে।"

ফুকন ৰ'ল। মুখখন বিকটাই ক'লে, "মোৰ ওপৰত তোমাৰ বিশ্বাস নাই ?"

"আছে। কিন্তু আপুনি বেছি দিন বাচি নেথাকে। বয়স বহুত হ'ল, তাতে মদে খাইছে। কাইলৈ যদি আপোনাৰ কিবা এটা হয় মোক কোনে চাব ? সন্তানটোৰ বিলৈ হ'ব।"

ফুকনে ভাবিলে বিয়াকে কৰি পেলোৱা য'কনেকি ! কিন্তু বিবেকে বাধা দিলে। বিয়া এটা ভুৱা। বিশ্বাস নথকা কথা এটাৰ মেৰপাকত সোমোৱা বৰ টান। তেওঁ মুক্ত হৈ থাকিব খোজে। কেশেশ্বৰীক তেওঁৰ ইতিমধ্যে বেয়া লগা হৈছে। তাই মদ ঘিণায় আৰু তাৰ জীৱনটোকো ঘিণায়। মাজে মাজে তাই অকলে অকলে কান্দে। হয়তো ব্ৰাহ্মণ্য সংস্কাৰ যোৱা নাই মনৰ পৰা। সি যে জহৰা সেই কথা সোঁৱৰাই দুই-এষাৰ কথাও কয় কেতিয়াবা। তদুপৰি তাইৰ মন থিৰ নহয়।

তাই ফুকনৰ লগত থাকেহে কিন্তু তাক ভাল নেপায়। থকাটো যেন এটা বাধ্যবাধকতা। ফুকনৰ দেহা পৰিল যদিও কথা-বতৰাবোৰ বৰ বিজ্ঞ। তেওঁ বুঢ়া হ'ল, সেই কথা কেশেশ্বৰীয়ে জানে। তাইৰ ঠিক নাই, এটাৰ মূৰ খোৱা মানুহ আৰু এটাৰ মূৰ খাব। তদুপৰি ফুকনৰ হৰণ-ভগন একো নাই। যত পইচা পায় খাই উৰুৱায়। কেতিয়াবা হৰদয়ালৰ লগত লাইনত পৰি থাকে। সেইবোৰ কথা জানে কেশেশ্বৰীয়ে। কেশেশ্বৰীৰ ভৰসা নাই ফুকনৰ ওপৰত। সেইবাবে বিয়াৰ কথা কৈছে।

কিন্তু ফুকনে বিয়া নকৰায়, সি নিজক কোনো বন্ধনৰ মাজত নেৰাখে।

কেশেশ্বৰীয়ে ক'লে "মনে মনে ৰ'ল কিয় ?"

"এনেয়ে। বিয়াৰ ওপৰত মোৰ বিশ্বাস নাই।"

"তেন্তে লৰাছোৱালী কেলেই ? মোক হ'লে লৰাছোৱালী নেলাগে"।



"সঁচাকৈয়ে ?"

এইবাৰ কিন্তু ফুকনে ঠিক কৰিব নোৱাৰিলে তেওঁক লৰাছোৱালী লাগেনে নেলাগে। লৰাছোৱালী লাগে। কিন্তু লাগে বুলি ঠিৰাংকৈ ক'ব নোৱাৰি। লৰাছোৱালী হ'লে বহুত দায়িত্ব আহি পৰিব। নানা ধৰণৰ ভুৱা মোহ হ'ব। জীৱনটো উপভোগ কৰা টান হ'ব। কেতিয়াবা নিজৰ এটা প্ৰতিভু সৃষ্টি কৰিবৰ মন যায়, কিন্তু সেইটোও ভুল প্ৰতিভু। নিজৰ প্ৰতিভু নিজৰ বাহিৰে আন কোনো নহয়।

ফুকনে এইবোৰকে চিন্তাকৰি বটলটো লৈ মদ খাবলৈ লাগিল। তাৰ পিচত ক'লে "কেশী' তুমি যি কৰা কৰা। মোৰ একোতে মন নাই। মই কি বিচাৰিছো ক'ব নোৱাৰো। তুমি যি ভাল ভাবা কৰা।"

"অসমীয়া দৰব বিচাৰিমনে ডাক্তৰক সুধিম ?"

"তাকো মই ক'ব নোৱাৰো। ডাক্তৰে এনে কাম কৰাব আশা নাই, কাৰণ গৰ্ভপাত একপ্ৰকাৰ হত্যা। তোমাৰ কথা।"

সমস্যাটো গভীৰ। কেশেশ্বৰীয়ে একো নেমাতিলে।

ফুকন ওলাই গ'ল। বাহিৰলৈ ওলালত তেওঁৰ নোদোকা কলাফুলজোৰ স্থিৰ হ'ল। ৰঙা চকুযোৰত জাৰৰ বতাহ লাগিল। শকত মিঠাবৰণীয়া মুখখনৰ পৰা ভেকেটা ভেকেট মদৰ গোন্ধ ওলাবলৈ ধৰিলে।

দীনবন্ধু তেওঁৰ বাবে অফিচত বৈ আছিল। টকা অলপ উঠিল, বকুলৰ গহনাবোৰো দিছে। ৰাইফলৰ শিক্ষা চলি আছে। এইবোৰ কথা বৰ্ণাই হঠাতে ক'লে, "বকুল শলাগিবলগীয়া ছোৱালী। আনকি মেনেজাৰে নিজেও শলাগি গৈছে। কি বন্দুক চলায় ! নিচানত ভুল নহয় এবাৰো।"

"তেনেহলে সাৱধান।" হাঁহি কলে ফুকনে।

দীনবন্ধুৱে লাজ পালে, কাৰণ সি বকুলক মনে-চিতে প্ৰশংসা কৰিছিল। ক'লে,—'জোৱালীজনী ডেছপাৰেট'।

'ডেছপাৰেট' কিয় দুয়োটাই জানে।

দীনবন্ধুৱে ক'লে—ছোৱালীজনী ছিৰিয়াছ। 'অবছেছড'। এক মুহূৰ্ত্ত অন্য কথা পতা সহ্য কৰিব নোৱাৰে।

—ভালেই। এনে সময়ত এনে মানুহ দৰকাৰ।

—কি কৰিব এতিয়া ?

—সেই কথা পৰিষ্কাৰ, ভলণ্টিয়াৰবোৰক আমি বহুত শিক্ষা দিব লাগিব। দৰকাৰ হলে লুকামহঁক।

—অঁ। কিন্তু আমি জানো পাৰিম ?

—পাৰিম। কাৰণ পাৰিবই লাগিব।

দীনবন্ধুৱে ক'লে, মই এটা প্লেন ভাবিছোঁ।

—আমি যদি গাৱেঁ গাৱেঁ এটা ভলণ্টিয়াৰ বাহিনী কৰোঁ কেনে হয় ?

—আমি কেনেকৈ কৰিম ?

—আমি ইয়াত থাকি আৰু লাভ নাই। ডিগবই ধ্বংস হৈ যাব। শ্মশানৰ ৰখীয়া হৈ কোন থাকিব ? তদুপৰি চীনৰ লগত যুদ্ধ দীঘলীয়া হ'ব।

—ভাল প্লেন। তুমি বাকীবোৰক মাতা। আমি আলোচনা কৰোহঁক।

দীনবন্ধু ওলাই গ'ল। ফুকনে দেখিলে দীনবন্ধুৰ সোমোৱা মুখখনত এটা উদ্বিগ্নতা। মানুহটোৱে খুব ঘূৰিছে। এখন দীঘলীয়া ইস্তাহাৰো লিখিছে। ইস্তাহাৰখনত বৰ ডাঙৰ ডাঙৰ কথা আছে। তাৰে ভিতৰত এটা কথা হ'ল গৰিলা বাহিনী সংগঠন সম্পৰ্কে। দীনবন্ধুৱে নিজে লিথু কৰিছে কথাখিনি সুন্দৰ, কিন্তু কামত কিমান লাগে সেয়েহে কথা। প্ৰত্যেক গাৱেঁ গাৱেঁ গাওঁৰক্ষী বাহিনী গঠন কৰি হাতে হাতে ৰাইফল দিব লাগিব। পঞ্চায়ত আৰু জিলা প্ৰশাসনৰ বিষয়াবোৰ আণ্ডাৰগ্ৰাউণ্ড হৈ ৰাইজৰ আৰু ৰক্ষী বাহিনীক সংগঠিত কৰিব লাগিব। ধান-চাউল আৰু খোৱা বস্তু কেনেকৈ মজুত ৰাখিব লাগিব আৰু কেনেকৈ ক'অপাৰেটিভ কৰিব লাগিব তাৰো পৰামৰ্শ আছে। চোৰ-



ডকাইত লম্পটৰ পৰা মানুহ আৰু তিৰোতাক ৰক্ষা কৰিবৰ বাবে যত্ন কৰিব লাগিব। চীনাৰ সৈন্য আহিলে সিহঁতক যাবলৈ নিদি বাট-পথ ৰোধি সকলো প্ৰকাৰে বাধা দিব লাগিব। মটৰ গাড়ী, ড্ৰাইভাৰ, আৰু ডাক্তৰ অনবৰত সাজু থাকিব। দলং কাৰখানা আৰু অন্যান্য গুৰুত্বপূৰ্ণ ঠাইত ভলণ্টিয়াৰে পহৰা দিব। লগে লগে আৰু কিবাকিবি বহুত কৰিব লাগিব। ফুকনৰ মনত নাই সেইবোৰ।

এই সময়ত আটাইতকৈ ডাঙৰ প্ৰয়োজন হৈছে ঐক্যৰ। মালিক-বনুৱা, বামুণ-কলিতা-মুছলমান কৈবৰ্ত-বঙালী-অসমীয়া সকলোকে কোবাল দেশপ্ৰেমৰ দ্বাৰা উদ্বুদ্ধ কৰিব লাগিব। গত্যন্তৰ নাই। এইবোৰ কথাৰ শেষত দীনবন্ধুৱে ইস্তাহাৰখনত লিখিছে ডিগবইৰ কথা। ইয়াত থুলমূলকৈ দেশখন দেখা যায়। সকলোৱে ইয়াত একেলগে কাম কৰি ইটোৰ লগত সিটো মিলি গৈছে। এই মিলনক আজি কটকটীয়া কৰি যিমান পাৰি সিমান সোনকালে একগোট কৰিব লাগে। তেতিয়া হলে ডিগবয়ে অসমক প্ৰতিৰক্ষাৰ আহিঁ দেখুৱাব পাৰিব।

'খুব ভাল প্লেন। ফুকনে ভাবিলে। 'কৰিব পাৰিলে খুব ভাল। কিন্তু এইখন কামত লগাবলৈ মানুহৰ যিমান সচেতনতাৰ আৰু সহযোগিতাৰ প্ৰয়োজন সেয়া ক'তা ? মানুহৰ হতুৱাই কাম কৰোৱা টান। কিন্তু তথাপি এই দুৰ্যোগত কিবা এটা কৰিবই লাগিব।'

ফুকনে এটা চিগাৰেট জ্বলালে।

তেনেতে বকুল ওলালহি। তাই এন-চি-চিৰ খাকী ড্ৰেছ পিন্ধি আহিছে। বৰ সুন্দৰ দেখাইছে। বব্ কটা চুলিৰে তাইৰ গুৱনি চুলি কোচা সাইলাখ বিলাতী মেমৰ দৰে। তেওঁ বকুলক ক'লে—দীনবন্ধুৰ প্লেন পঢ়িছে ?

—অঁ।

—বঢ়িয়া প্লেন।

বকুলে ক'লে, বেয়া নহয়। কিন্তু আমাৰ আন খিনি মানুহৰ দৰে অলপ থিঅ'ৰিটিকেল।

ফুকনে উত্তৰ দিলে, হ'ব পাৰে। কিন্তু কি কৰিব লাগে কাৰো একো ধাৰণা নাই। খেনোৱে কয় এয়াৰ ৰেইড চেল্টাৰ কৰক। খেনোৱে কয় নেলাগে। খেনোৱে কয় ধন গোটাওক। খেনোৱে তেজ গৰম কৰা বক্তৃতা দিয়ে। খেনোৱে বাট চাই বহি থাকে। কিছুমানে আকৌ কয় অসহযোগ আন্দোলনৰ বাবে প্ৰস্তুত হোৱা।

বকুলে উদ্দীপ্ত কণ্ঠে কলে,—এইবোৰ কথাচহকী মানুহক পগলা ফাটেকত থব লাগে। দেশখন বিবুদ্ধি হৈছে। আপোনালোকৰ গাৱঁৰ মাধৱ বোলা সেই লৰাটোক ভাল লাগিল। তাৰ যি অলপ দায়িত্ববোধ আছে দেখিলো। —মাধৱ সেই-চোৰ, বলিয়াটো; কি কলে সি?

—সি কলে, এইবোৰ দি একো নহয় বাইদেউ। এতিয়া প্ৰত্যেক-জন ডেকা সেনা বাহিনীত ভৰ্তি হব লাগে।

ফুকনে কলে, হুঁ।

বকুলে উত্তৰ দিলে, মানুহে বক্তৃতা দি দেশ ৰক্ষা কৰিব নোৱাৰে।

ফুকনে কলে, মাধৱক ক'ত লগ পালা?

—দীনবন্ধুৰ তাত। প্ৰথমতে চিনিব পৰা নাছিলো, মুছলমানৰ ভেছত আছিল।

—কিয় জানানে নেজানা?

ফুকনে কাৰণটো ক'লে। বকুলৰ মুখখন সন্দেহাকুল হ'ল। বকুলে সুধিলে, আপুনি কি ভাবে, সি সম্পত্তিৰ ভাগ পাব নেকি?

—ওহো। আইন মতে নেপায়। অৱশ্যে তাৰ গাত যে দত্ত বংশৰ তেজ আছে সেই কথা ঠিক। গাৱঁৰ মানুহ কিছুমানে তাক উচটাই দিছে। সি দত্তক মাৰিবৰ বাবে ঘুৰি ফুৰিছে।

—মাৰিবৰ বাবে? অসম্ভৱ! তাৰ মুখখন একেবাৰে নিৰ্দোষ।

ফুকনে হাঁহি ক'লে, কিন্তু তাৰ মনত প্ৰতিহিংসাৰ জুই জ্বলিছে।

বকুলে অলপ চিন্তা কৰি ক'লে, আপুনি তাক বুজায় কিয়?

—মোৰ কোনো দৰকাৰ নাই। সি অবুজন।



—আপুনি জানে দত্ত আজি আহিব বুলি?

—নেজানো। জানিম বা কেনেকৈ?

—অঁ দত্ত আহিব।

—কেতিয়া?

—ৰাতিৰ ট্ৰেইনত।

—ট্ৰেইনত কিয়? নলিনৰ মটৰ জানো নাই?

সেইবোৰ বহুত কথা। অলি আৰু নলিনৰ কথা বেয়ালৈ গৈছে। প্ৰায় ডাইভোৰ্চৰ দৰেই।

ফুকনে ডাইভোৰ্চ শব্দটোত এটা বিকৃত আনন্দ পালে। ডাইভোৰ্চ, এবৰ্চন, যুদ্ধ—এইবোৰ শব্দ যেন তেওঁৰ মনত বৰ ৰসাল শব্দ।

দীনবন্ধুৱে হৰদয়ালকে আদি কৰি কেইটামান মানুহ লৈ সেইথিনি পালেহি। ফুকনে দীনবন্ধুক আঁৰলৈ মাতি নি মাধৱৰ বিষয়ে নানান প্ৰশ্ন সুধিলে। দীনবন্ধুৱে উদাস মনে উত্তৰ দিলে। ফুকনে সুধি যি গম পালে তাৰ পৰা অনুমান হ'ল মাধৱ ওলাই গৈছে। সম্ভৱতঃ দত্ত অহা খবৰ সি পাইছে। ফুকনে তাৰ পিচত হৰদয়াল সিঙক মাতি নি কলে—হৰদয়াল, এটা কাম কৰিব পাৰিবি?

—কি?

—মাধৱক দেখিছ নহয়।

—অঁ। সিতো এতিয়া মুছলমানৰ বেশত ঘূৰিছে।

—তই তাক বিচাৰি যা। তাৰ খবৰ লাগে।

—হৰদয়াল ৰ'ল।

—পাৰিবি?

—কিন্তু কিয়? সি মুছলমান হ'ল নেকি?

—নহয়। কিন্তু সি এজন মানুহক চান্দি ফুৰিছে।

—কিয়?

ফুকনে গোটেই কথাটো নিকপটে কলে। হৰদয়ালে নিজেও মাধৱৰ আচৰণ আৰু কথা-বতৰাবোৰ জুকিয়াই চালে। তাৰ পিচত

কলে—বাৰু, মইতো ডিগবইৰ ৰাস্তা-ঘাট বঙলাৰ তলা-নলা সকলো জানো। মই তাক নজৰত ৰাখিম।

অলপ থাকি হৰদয়াল ওলাই গ'ল।

সেইদিনা মাজ নিশা মিটিং বহিল। ডিগবইৰ ঘণ্টাত বাৰৰ কোব পৰিছে। ৰিফাইনেৰী চলি আছে। ফুকনে আজি নাইট ডিউটি কৰিবলৈ যোৱা নাই। কিন্তু শব্দই প্ৰতি অনুভৱ কৰিছে তেলৰ সঞ্চালন। পাইপবোৰ যেন নাড়ী। খুব শান্ত ভাৱে কাম চলি আছে। মিটিঙলৈ ৰামদয়ালহঁত আহিছিল, বকুলো আছিল।

দীনবন্ধুৱে কলে,—শুনিছো তেজপুৰ ইভাকুৱেচন হ'ল। লাখ লাখ টকাৰ নোট জ্বলাই দিছে চৰকাৰে। চীনা বোলে বোমডিলা পালেহি। চাহাববোৰ বাগানৰ পৰা পলাল। আনকি মাৰোৱাৰী আৰু আন আন ধনী মানুহবোৰো পলাইছে। অসমীয়া ধনীও যাব খুজিছে। কিছুমান গৈ কলিকতা পালেগৈ। আমাৰ একজিকিউটিভ অফিচাৰ-বোৰো গৈছে। সকলোবোৰৰে চীনলৈ ভয়।

বকুলে কলে—ইহঁত কাপুৰুষ।

প্ৰত্যেকেই এবাৰ বকুলৰ ফালে চালে। বকুলৰ মুখত ভয় নাই।

ফুকনৰ বাহিৰে কোনেও সেই সাহসৰ উহ দেখা নেপালে। ফুকনে কিন্তু নিৰ্ভুল ভাৱে দেখিলে। ছোৱালী একোজনী পুৰুষতকৈ বেছি সাহসী হ'ব পাৰে সময়ত।

দীনবন্ধুৱে কথা সলাই নিজৰ প্লেনৰ কথা কলে। বকুলে খুব নিবিড় চিত্তে কথাবোৰ শুনিলে। ৰামদয়ালে কলে 'এইবোৰ প্লেন ইয়াত নচলে বাবু।'

—তেন্তে কি চলিব?

—চিপাহী হব লাগে। আমি চব্ চিপাহী হব লাগে। মইতো যুদ্ধত গাড়ী চলাবলৈ যামেই। চাহাবক সুধি আহিছো। বৰ চাহাব খুব খুছী।



ফুকনে কলে, তই কেতিয়া যাবি?

—কাইলৈ ফজিৰত। কোম্পানীৰ ট্ৰাক দিব। যাব লাগিব তেজপুলৈ।

দীনবন্ধুৱে এইবোৰ কথা বাজে বুলি অভিহিত কৰি কলে, কিন্তু আটাইবোৰতো আৰু সৈন্য হব নোৱাৰে। আমিবোৰে কি কৰিম!

বকুলে কলে—মাষ্টৰ বাবু, আপুনিচোন ডাঙৰ ডেকা। আপুনি নোৱাৰে কিয় সৈন্য হ'ব? ইয়াত ইস্তাহাৰ লিখি থাকিলে কি হব? ময়ো ভাবো আমি এতিয়া যিমান পাৰো মানুহ সেনা বাহিনীত ভৰ্তি কৰাব লাগে। চীনৰ পঁচিশ লাখ সৈন্য আছে মন কৰক।

দীনবন্ধুৱে বৰ আঘাত পালে। সি ভাবিছিল, বকুলেই তাৰ ডাঙৰ সমৰ্থক। কিন্তু বকুলৰ এই প্ৰতিবাদ তাৰ বুকুত টোপা কাঢ় লগাদি লাগিলহি। সি কলে—চিভিল ডিফেন্স নহলে একো নহ'ব।

বকুলে কলে—গুলী মাৰক আপোনাৰ চিভিল ডিফেন্স। এতিয়া গাঁত খানি, কমিটী কৰি, সোণ দান দি ডিফেন্স নহয়। গুলীৰ উত্তৰ গুলীৰে দিব লাগিব। মাষ্টৰ বাবুৱে এতিয়া পঢ়া এৰি সৈন্য হব লাগিব। এই কেইদিন আপুনি এবাৰো ৰাইফল হাতত লোৱা নাই। মাধৱে ঠিকেই কৈছে এইবোৰ মানুহে তিৰোতাৰ লগত চুপতি মাৰিব পাৰে, কিন্তু যুদ্ধ কৰিব নোৱাৰে।

দীনবন্ধুৱে কলে,—মাধৱ। সেই জহৰাটো!

বকুলৰ খং উঠি কলে, জহৰা হলে কি দায় লাগে মাষ্টৰ বাবু। জহৰাবোৰে বেছি শক্তিৰে যুঁজ কৰিব পাৰে।

কি কাৰণে? —শেষত সুধিলে দীনবন্ধুৱে।

ফুকনে মাজতে বাধা দি কলে,—দীনবন্ধু এইবোৰ তৰ্ক থোৱা। আমি কমিটীবোৰ ভাঙি দিব নোৱাৰো। আমি বহি থাকিবও নোৱাৰো। শত্ৰু আহিলে আমাৰ গাওঁ আৰু নগৰবোৰত কি অৰাজকতা হ'ব তাক কল্পনা কৰিলেও ভয় লাগে। চৰকাৰ যদি গুচি যায় আমাক এটা গুপ্ত শাসন লাগিব···

ফুকনে আৰু কিবা ক'লেহেঁতেন, হঠাতে ফোন আহিল।

ফুকনে ফোন ধৰিবলৈ গ'ল। ফোন ধৰি ফুকনে গম পালে যে অলিৰ দেউতাকহঁত নিৰ্ব্বিঘ্নে ঘৰ পালেগৈ। হৰদয়ালে ফোন কৰিছিল। কিন্তু হৰদয়ালে মাধৱক বিচাৰি পোৱা নাছিল। সেই বাবে ফুকনলৈ ফোন কৰিছিল।

ফুকনে ফোন থৈ নিজে মাধৱক বিচাৰি ওলাল। কাৰণ তেওঁৰ মনে কিবা এটা চেবাই আছিল। কিছুপৰ চিন্তা কৰি তেওঁ বকুলক কলে,—মই মাধৱক বিচাৰি যাওঁ বকুল। তোমালোক কামত লাগা।

উত্তৰলৈ বাট নেচাই ফুকন ওলাই গ'ল।

দীনবন্ধুৱে বিৰক্তিৰে ক'লে,—সকলো বিশৃঙ্খল। ভাল মতে কোনেও একো আলোচনা কৰিব নোখোজে। কাৰো সময় নাই।

বকুলে হাঁহিলে, আপোনাৰ লগত মই কিমান আলোচনা কৰিছিলোঁ, ক'তা একো নহ'ল।

দীনবন্ধুৱে আলোচনাবোৰৰ কথা মনত পেলাই দেখিলে, সেইবোৰৰ একো কথাই তাৰ মনত নাই। মটৰত বকুলৰ কাষত বহি চকুৱে জুইৰ পৰা পোৱা তাপৰ ফলত বকবকোৱা দৰে সি মাথোন বক-বকাইছিল। কোনো কথাই তাৰ স্পষ্ট নাছিল। শব্দবোৰৰ মাজত শক্তি নাছিল। অস্পষ্ট স্মৃতিয়ে যিমানে তাক পীড়ন দিলে, সিমানে তাৰ মুখ ৰঙা হ'ল। বকুলৰ মুখলৈ চাই সি দেখিলে এই সম্পৰ্ক জুই আৰু চকুৰ নহয়। বকুলৰ প্ৰতি তাৰ হোৱা এটা অহৈতুক আকৰ্ষণেই এই সকলোৰে মূলত।

বকুলে ধৰিব পাৰিলে আৰু ক'লে, মই আপোনাক মন কৰিছিলো, আপুনি যেন আকাশত উৰি ফুৰিছে। উইচিৰিঙাৰ দশা তেনেই হয়। অৱশ্যে আপুনি কল্পনাপ্ৰৱণ।

তোষামোদ যেন শুনি দীনবন্ধুৰ মন শান্ত হ'ল, ক'লে—আমি 'ইউছলেছ পিপল্'।

—ক'ব নোৱাৰো। সম্ভৱতঃ আপুনি ৰোমান্টিক। কিন্তু মই নহয়। মই এটা কাম কৰিবৰ সুযোগ পাইছো, তাকে কৰি নিজকে



নিঃশেষ কৰি দিম। কাৰো প্ৰতি মোৰ বিৰাগ নাই, কিন্তু কাৰো ওপৰত মোহো নাই।

দীনবন্ধুৱে ক'লে, "আপোনাৰ মন মই ঢুকি নেপাওঁ।"

--দৰকাৰো নাই। মই প্ৰেমিকা নহয়, বঞ্চিতা।

দীনবন্ধুৱে ক'লে—মই আপোনাৰ গুণমুগ্ধ।

বকুলে উত্তৰ দিলে—এইবোৰ তোষামোদ নেলাগে। এতিয়া আলোচনা কৰক কি কৰিব।

কিন্তু দীনবন্ধুৱে কোনো উৎসাহ বোধ নকৰিলে। সি ক'লে, ফুকন কিয় গ'ল ?

বকুল বিৰক্ত হ'ল। দীনবন্ধুৰ চেহেৰাত এটা বিৱৰ্ণ বিষণ্ণতা ফুটি উঠিছে। তাৰ অন্তৰত সাহস নাই, মাত্ৰ আছে ভাব-প্ৰৱণতা। সেইবোৰ কুঁৱলীৰ দৰে ছয়া-ময়া। ভাৰতৰ বাতৰি কাকতবোৰত এইবোৰ আঁচনিৰ চৰ্চা হৈছে। কাউৰীৰ কলকলনি অথবা গাৱঁলীয়া তিৰোতাৰ বিয়নিমেলৰ দৰে সেইবোৰ অৰ্থহীন।

বকুল ৰ'ল। তাৰ পিচত ক'লে—আপুনি সুখী। কোনো ঘটনাই আপোনাক গভীৰভাৱে আলোড়িত নকৰে।

—আপোনাৰ লগত কথা পাতিবৰ ইচ্ছা যোৱা নাই। কাৰো লগত কাৰো বুজাবুজি নাই। আমাৰ মানুহ এতিয়াও একেলগে কাম কৰিবৰ উপযুক্ত নহয়।

—আপুনি তেনেহলে বুজি পাইছে আমি প্ৰত্যেকেই নিজে নিজে কাম কৰিব লাগিব।

—অঁ।

—তেনেহলে মই যাওঁ।

—আপুনি কি কৰিব ?

বকুলে ক'লে—তাতেই হ'ল লেঠা। যুঁজ কৰিব পাৰিলেও মতা মানুহে যুঁজলৈ যাবলৈ নিদিয়ে। আমাৰ দেশত ভাবে মাইকী মানুহে ছুৰেটাৰ গুঠিলে আৰু চকুপানী টুকিলে যুদ্ধ জিকিব পাৰি।

উপায়হীন হৈ দীনবন্ধুৱে হাঁহিবলৈ লাগিল।

## ঊনৈশ

অলিয়ে চিঠি পঢ়িছে। বাপেকে হাত-মুখ ধুইছে সিটো কোঠাত। মাকে কীৰ্ত্তন পাঠ কৰিছে। ডিগবই নিস্তব্ধ। আংশিক ব্লেক আউট হৈছে। খুব কম পোহৰত অলিয়ে নলিনৰ চিঠি পঢ়িছে। বাপেকৰ হাতত দিয়া চিঠি।

নলিনে লিখিছে, "সময় বৰ বেয়া। মই ইয়াতে আছোঁ। পলাশক পঠিয়াই দিবা। নিৰ্মালী নবৌৱে টকা-সিকা একো নললে। নিৰ্মালীৰ মনত বিকাশৰ কোনো স্মৃতিকে সহ্য নহয়। আনকি ধুনীয়া লৰাটোকো তাই মনে মনে শ্ৰদ্ধা নকৰে, কাৰণ তাত বিকাশৰ তেজ আছে। বিকাশৰ লগত বিচ্ছেদ হোৱা বাবে তাই খুব সুখী। দেউতাৰে খুব ভাল পাই নগ'ল। নবৌক কি ভাবিছে ক'ব নোৱাৰো। যাৰে তাৰে লগত ইচ্ছামতে নবৌ ওলাই যায়। এই কেইদিন খুব ফুৰিছে। ক্লাবত বহুতৰ ডেন্সিং পাৰ্টনাৰ। এই দুৰ্যোগৰ মাজত আনে কত কি ভাবিছে। কিন্তু নবৌৱে ভাবিছে অন্য কিবা। পঢ়াশুনাৰ কথাটো অৱশ্যে বাদ দিয়া নাই। এম-এৰ কিতাপ-পত্ৰ আনি লৈছে। ......মই কেইবাদিনো ইয়াত থাকিব লাগিব। অন্ততঃ দুৰ্যোগ থাকে মানে...পলাশক পঠাবৰ বাবে দিহা কৰিবা।......যদি খুব প্ৰয়োজন বোধ কৰা তুমি ইয়ালৈ আহিবা। দেউতাহঁত শিৱসাগৰৰ ঘৰলৈ যাব।...তুমি যদি ইচ্ছা কৰা ইয়াতে চিকিৎসা কৰাব পাৰিবা। অৱশ্যে তোমাৰ হে কথা।...মিছেছ বাপটো ইয়াতে আছে।"

অলিয়ে পঢ়িব নোৱাৰিলে। শেষৰ বাক্যটোৱে তাইৰ বুকু থকাসৰকা কৰিলে। তেনেতে বাপেকে তাইক মাতিলে—অলি।

—কি দেউতা?

—এইফালে আহ।



বাপেকে বিছনাত বাগৰ দি কাণে কাণে ক'লে, এইবোৰ টকা চুটকেচতে আছে। বেঙ্কত থবৰ ইচ্ছা নহ'ল। সময় বৰ বেয়া। ক'ত থম। এই সোপা লৈ ফুৰি মোৰ ভয় হৈছে।

অলিয়ে চুটকেচটো খুলি চাই দেখিলে এসোপা টকা। এহেজাৰ দুহেজাৰ নহয়, প্ৰায় দুই লাখতকৈও বেছি। তাই ক'লে, "দেউতা এইদৰে লৈ ফুৰুৱা বস্তু নহয় এইবোৰ। ইয়াত থাকক আজি ৰাতিটো। কাইলৈ কিন্তু আন ব্যৱস্থা কৰিব।

বাপেকে ক'লে "তাৰ ব্যৱস্থা তয়ে কৰিবি, তোকে দিম। জানই নহয় তাই নললে একো। মই তাইক এৰি থৈ আহিছোঁ। বৰ নষ্ট চৰিত্ৰৰ ছোৱালী। লৰাটোৰ বাবে কিবা অলপ থৈ যাম।

অলিয়ে সুধিলে,—নবৌৱে কি কৰিব?

বাপেকে ক'লে—নিজৰ যুৱটো খাব তাই। তাই যে ইমান দুৰ্বল ক'ব নোৱাৰিছিলো। তাইক মই বেয়া পাইছোঁ। খুব মৰ্মান্তিক আঘাত পাইছোঁ। শ্বিলঙত মুখে মুখে হৈছে তাইৰ কথা।

অলিয়ে কথা সোধাৰ প্ৰয়োজন বোধ নকৰিলে। তাই ক'লে—মই বুজিছোঁ দেউতা। সেইবোৰ কথা পাতি লাভ নাই। দুৰ্যোগ আহিলে আজিকালিও আপোনাৰ ভাল লাগে নে?

বাপেকে ক'লে,—যুদ্ধৰ পৰা একো ভাল নহয় অলি।

বাপেকে আৰু একো নেমাতিলে। তেনেতে মাকে অলিক মাতিলে ভিতৰলৈ। দত্ত অকলে বিছনাত পৰি ৰ'ল। তেওঁৰ গোটেই গা অৱশ লাগিছে, মন ভাগি পৰিছে। নগদ টকা সোপাৰ বাহিৰে তেওঁৰ আৰু একো নাই। মাটি-বাৰী সকলো বেচি দিছে। কেৱল গাৱঁৰ ভেটিটো ৰাখিছে। আৰু একো নাই। লৰাছোৱালী জী-জোৱাঁই সকলে জহান্নামে গৈছে। কাৰো চৰিত্ৰ ভাল নহয়। কেৱল আছে তিৰোতাজনী।

তেওঁৰ সৈতে দুয়ো গৈ বৃন্দাবনত বাস কৰিবৰ বাবে পাঙিছে দত্তই। সেইটো ঘৈণীয়েকৰো ইচ্ছা। তেওঁ ঠেং দাঙি আছে। এই

কঠোৰ সংসাৰৰ নাগপাশৰ পৰা উদ্ধাৰ পাবৰ পথ আজি সেইটোৱেই। ঘৰলৈ যাওঁতে এইবাৰ আঘোণা গোঁসায়ে স্পষ্টভাৱে সাৱধান কৰি দিছে ভালদৰে থাকিবলৈ। শত্ৰুৰ অন্ত নাই।

বুঢ়া দত্তই চকু মুদি জীৱনটোৰ কথা ভাবিছিল। বৃন্দাবনলৈ যোৱাৰ আগতেই হয়তো চীনা সৈন্য আহি সকলো প্লেন বদলাই দিব। ইতিমধ্যে তেওঁ কেই হাজাৰমান টকা ডিফেন্সৰ বাবে দান কৰিছে। কিন্তু অৱস্থা বৰ বেয়া। আহোঁতে তেওঁ দেখি আহিছে পশ্চিমলৈ ভগা মানুহৰ স্ফূৰ্তি। বৰ বেয়া লক্ষণ। বহুতে ভাবিছে পাকিস্থানেও এই সুযোগতে অসম আক্ৰমণ কৰিব। কেউফালে গভীৰ অনিশ্চয়তা। মানুহে অকল দেশ ৰক্ষাৰ কথাকে ভাবি তত পোৱা নাই, কিন্তু উৰা বাতৰিয়ে দেশ ছাটি ধৰিছে, তাৰ ঠিক নোহোৱা হৈছে। চীনা স্পাই-বোলে ঢেৰ। তাৰ পিচত ভাৰতীয় সৈন্যৰ অপসাৰণৰ কথা। খোৱা বস্তুৰ নাটনিৰ কথা। বহুত পশ্চিমীয়া দোকানীয়ে দোকান এৰি পলাইছে। চৰকাৰী আৰু বেচৰকাৰী কোম্পানীয়ে কল-কাৰখানা বন্ধ কৰি পেলাইছে। ডিগবইৰ কোম্পানী এতিয়াও যোৱা নাই সেয়ে ভাল। বৃটিছ হাই কমিছনাৰ অফিচৰ লগত কোম্পানী সঘনে কথা পাতিছে। এনে এটা ডাঙৰ আয়ৰ বাট ঘপ কৰে নিৰ্মূলো কৰিব নোৱাৰে। চাহাব সকলে বোলে আৰ তাৰ আগত কৈছে চীনা আহিলেও সিহঁতে চীনাক এই ঠাই দখল কৰি থাকিবলৈ দিব নোৱাৰে। ভাৰতক সহায় কৰিব লাগিব। এবছৰ লাগক দুবছৰ লাগক যেনে তেনে চীনাক খেদাব লাগিব।

ভিতৰত অলিয়ে মাকৰ লগত নলিনৰ আৰু নিৰ্মালীৰ কথাকে পাতিছিল। কি কথা পাতিছে তাকো বুঢ়াই অনুমান কৰিব পাৰিছে। দুয়ে ফালৰ পৰা যেতিয়া স্খলন হৈছে তেতিয়া আৰু উপায় নাই। সেইবাবে দত্তই ঘৈণীয়েকক স্পষ্ট ভাৱে কৈছে অলিৰ মনৰ ভাব জানিবলৈ। তাই গৰ্ভপাত কৰিবনে নাই বিবাহ বিচ্ছেদ কৰিব। নিৰ্লজ্জ ভাবে নলিনে তেওঁক সেই কথা কৈছে।



আৰু মিছেছ বাপটৰ লগত তাৰ কি হলি-গলি। এই ব্যভিচাৰ দেখিও দত্তৰ অসহ্য হৈ আহিছে।

অলি যদি সম্মত হয় তেন্তে তেওঁ পাৰিলে জীয়েক-জোৱায়েকৰ মাজত এটা সদভাৱ প্ৰতিষ্ঠা কৰিব খোজে। তেওঁৰ ঘৰত নোহোৱা-নোপজা ঘটনা ঘটিছে।

দত্ত সেইদৰে শুই থাকোতেই কোনোবাই আহি তেওঁৰ দুৱাৰত টুকিয়ালেহি।

## বিশ

দত্তই আধা মেলা দুৱাৰখন সম্পূর্ণকৈ মেলি দি যাক দেখিলে তাক দেখি তেওঁ বিস্মিত হৈ গ'ল।

"তোক কি লাগে ইয়াত ?"

মাধৱ সোমাই আহিল। তাৰ গাত এটা পুৰণি অভাৰকোট, মুখত এটা পৰিষ্কাৰ উত্তেজনা। ভৰিৰ ফালে এটা ড্রেনপাইপ পেন্ট, ভৰিত এজোৰ চটি জোতা। দত্তই দেখিলে তাৰ মুখত একোচা মিছা দাড়ি আৰু ডিঙিত এচটা গলাবান।

কথা নোকোৱা বাবে দত্তই অলপ ভয় খালে। মাধৱে ক'লে—ভয় কৰিব নেলাগে।

মাধৱে দুৱাৰখন জপাই দিলে।

তাৰ পিচত সি উভতি আহিল। আহল-বহল ৰুমটোৰ কেউফালে চাই সি ভাবিলে পৃথিবীৰ সকলো আৰাম বোধ হয় ইয়াত আছে। কোনো কোলাহল আৰু উত্তেজনা নাই। সি খন্তেকপৰ ৰ'ল, তাৰ পিচত ঘপ কৰে দত্তৰ বিচনাত বহি ল'লে। দত্তই অলপ অস্বস্তি বোধ কৰিলে। মাধৱে ক'লে—"মই কিয় আহিছো ধৰিব পাৰিছেনে ?"

দত্তই মাধৱলৈ চালে, আৰু ক'লে—ওহোঁ।

মাধৱে ঠাট্টাৰ হাঁহি মাৰি ক'লে—সম্পত্তিৰ ভাগ বিচাৰি আহিছোঁ। জানেইতো মোৰ গাত আপোনালোকৰ দত্ত বংশৰ তেজ আছে।

—সম্পত্তি বেচি দিলোঁ।

—সেই কাৰণে টকাৰ ভাগ বিচাৰি আহিছোঁ।

দত্ত বিবুদ্ধি হ'ল। নিজকে কোনো ৰকম চম্ভালি ক'লে—মই সেই টকা বিকাশৰ লৰাটো আৰু অলিক দি যাব লাগিব। তই একো নেপাব।



মাধৱে ক'লে, মই সকলো কথা জানো। আপোনাৰ হাতত টকাবোৰ আছে। আৰু বাকী যাক যি দিয়ে দিয়ক কিন্তু মোক তাৰ $\frac{1}{3}$ ভাগ দিয়ক। এতিয়াই।

দত্তই দৃঢ়ভাৱে উত্তৰ দিলে—তোক মই দিব নোৱাৰো।

মাধৱে দৃঢ়ভাবে ক'লে, নিদি সাৰিব নোৱাৰে। আজি মই টকা নিমেই। মোৰ টকা দিয়ক।

দত্তই হঠাতে সুধিলে "তোক নো কোনে ক'লে টকা পাব বুলি।"

মাধৱে ক'লে, কোনে ক'ব লাগিছে, গাওঁ গোটেইখনে কৈছে।

—নাই মই দিব নোৱাৰোঁ।

—কিয় আপোনাৰ নাতি বুলি কবলৈ টান পাইছে নহয় ? এইবোৰ কথা মই নুবুজো। মই অহম্মখ।

দত্তই ক'লে, "পাষণ্ড, মোৰ মাটিবাৰী ঘৰ সকলো উদ্ধাৰ কৰি হেঁপাহ পলোৱা নাই। গাৱঁৰ মানুহৰ লগত আটাৰি কৰিলি। এতিয়া তাৰ পৰা খেদিলিও। তোক মই পুলিচত দিছোঁ।

মাধৱে বিকৃত উল্লাস অনুভৱ কৰি হাঁহিলে, তাৰ পিচত দৃঢ়ভাৱে ক'লে—সম্পত্তিৰ ভাগ নিদিলে আৰু কৰিম।

—কি কৰিবি নো ?

মাধৱে অভাৰ কোটৰ জেপৰ পৰা এখন ডেগাৰ উলিয়ালে আৰু ডেগাৰখনৰ জিলমিলনি দেখি দত্তই চিঞৰ মাৰি দিলে। মাধৱে ডেগাৰখন পেলাই দি দত্তৰ টেটু চেপি ধৰিলে। তাৰ পিচত সি বুজি পালে যে এই চিঞৰৰ ফলত সৰ্বনাশ হ'ল। এইখন ঘৰৰ পৰা সাৰি যাবৰ উপায় নাই। সি ওচৰত আলনাৰ পৰা এখন চুৰীয়া আনি আঁটি আঁটি দত্তৰ মুখখন বান্ধিলে। তাৰ পিচত দুৱাৰখন বন্ধ কৰি লৰালৰিকৈ ৰুমটোৰ কেউফালে চাই হঠাতে চুটকেছটো দেখিলে। চুটকেছটোৰ ওচৰলৈ গ'ল হাতত ডেগাৰখন লৈ। ডেগাৰেৰে চুটকেছটো ফালিলে। আৰু তাত নোটৰ জাপ দেখি আনন্দ আৰু বিস্ময়ত সি থৰ হৈ ৰ'ল।

অনুমান কৰা মতেই সি দেখিছেহি।

সি চুটকেছটো হাতত দাঙি ললে। তাৰ পিচত পলোৱাৰ সুৰঙা বিচাৰিলে। বঙলাৰ ওপৰ তলাৰ পৰা তললৈ যোৱা বাট আছে দুটা। এটা চাকৰ অহা-যোৱা কৰা বাট। সেইটো দত্তৰ কোঠৰ তলতে।

সি দেখিলে দত্তই মুখেৰে মাতিব পৰা নাই, হাত দুখনেৰে কেৱল গাঠিটো খুলিবৰ চেষ্টা কৰিছে। মাধৱে ইফালে-সিফালে চাই জাৰত অসমীয়া গামোচা এখন দেখি তাৰে তেওঁৰ হাত দুখন বান্ধি দিলে আৰু আন এখনেৰে ছটফটাই থকা ভৰি দুটা বান্ধিলে। দত্তই যেতিয়া লৰচৰ কৰিব নোৱাৰা হ'ল, তেতিয়া মাধৱে চুটকেছটো লৈ মেটোৰ নমা চিৰিয়েদি তলৰ অন্ধকাৰলৈ নামি গ'ল।

তেনেতে সি গম পালে বাহিৰৰ দুৱাৰখনত কোনোবাই ঢকিয়াইছে। সি নিশঙ্কচিত্তে নামি গ'ল। তেতিয়া কেউফালে ঘন আন্ধাৰ।

# একৈশ

হাতৰ আৰু মুখৰ বান্ধবোৰ খুলি দি অলিয়ে গোটেই ঘটনাটো শুনি ভয়ত থক থক কৰে কঁপিবলৈ ধৰিলে।

দত্তই ক'লে—মোৰ সকলো গ'ল অলি, পুলিচত খবৰ দে।

অলিয়ে পুলিচলৈ ফোন কৰিবলৈ গ'ল।

দত্তনী সোমাই আহিল আৰু দত্তলৈ চাই কলে—এইবোৰ পাপৰ প্ৰায়শ্চিত্ত। ঘৰখনত কিমান পাপ সোমাই আছিল তাক ভগবানে গম পাইছে।

দত্তই খং কৰি উত্তৰ দিলে—তুমি অবুজৰ দৰে কথা কৈছা কিয়? মই কি পাপ কৰিছিলো, মোৰ পূৰ্ব পুৰুষে কি পাপ কৰিছিল? বিকাশে যি পাপ কৰিছে সেই পাপো আনে নকৰা নহয়। মোৰ এটা ভুলৰ বাবেই এই সকলোবোৰ হ'ল। সেই নোটবোৰ লৈ আহিব নেলাগিছিল।

দত্তনীয়ে ক'লে, ঘৰৰ পবিত্ৰ ভেটি এৰা দেখি গোঁসায়ে আমাক এৰিলে। আৰু আমাৰ একো নেথাকে।

দত্তই হুমুনিয়াহ পেলাই উঠি গৈ যি ফালে মাধৱ নামি গৈছিল সেইফালে চিৰিয়েদি তললৈ নামি গ'ল।

কেউফালে অন্ধকাৰ। নলিন নাই বাবে চাকৰ-নাকৰবোৰো নাই। তেওঁ নামি গৈ চোতালত ভৰি দিলেগৈ। তাৰ পিচত ধীৰে ধীৰে গেট পালেগৈ। ক'তো কাৰো সাৰ-সুৰ নাই।

বুকুখন হুম্‌হুমাবলৈ ধৰিলে। দত্ত উভতিব খুজিছিল। তেনেতে—উধাত খাই অলি নামি আহিল ওপৰৰ পৰা। তাই চিঞৰি ক'লে,—দেউতা, পুলিচে ইতিমধ্যে মাধৱৰ পিচ লৈছে।

—ধৰা পৰিছে নেকি?

—নাই পৰা। কিন্তু পুলিচে গুং পাইছে।

দত্তই অলপ সকাহ পালে। তেওঁ উভতি আহিল। জেপৰ পৰা ছিগাৰেট উলিয়াই জ্বলালে আৰু ঠেটুৰে লগা জাৰকো গণিতা নকৰি নিয়ৰত চিগাৰেট হুঁপিবলৈ ধৰিলে। তেওঁ ভাবিলে তেওঁৰ খুব বেয়া দিন পৰিছে। লৰা, নাতি, সম্পত্তি সকলো গ'ল। এতিয়া মাথোন এজনী জীয়েক আছে, জীয়েককো হেৰুৱাবলগীয়া অৱস্থা। নলিনৰ মতি-গতি তেওঁ ভাল দেখি অহা নাই। বোৱাৰীয়েকৰ মতি-গতি আৰু বেয়া। অলিৰ পিঠিত হাত দি তেওঁ বিষণ্ণভাৱে ক'লে—এইবাৰ কিজানি তোৰ পাল, সাজু হ।

কথা কৈয়েই তেওঁ পগলাৰ দৰে হাঁহিবলৈ ধৰিলে। অলিয়ে ক'লে—কি হ'ল দেউতা?

—এইবাৰ তয়ো বোধহয় মোক আঘাত দিবি!

—কিয়?

—সেইবোৰ কথা ক'বলৈ মোৰ জিভা দোৰোল নেখায় অলি। ব্যভিচাৰ দেখি দেখি মই নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰা হৈছোঁ। মই যে তহঁতৰ দেউতা এই কথা কবলৈও মোৰ দ্বিধাবোধ হয়।

অলিয়ে অভিমানৰ সুৰত ক'লে—আমাৰ পাপে আপোনাক নোছোৱে দেউতা। আৰু পাপনো কি? এটা মনৰ ভাবহে।

—মনৰ ভাব নহয় মনৰ তাপ...

বুঢ়াক কাঁহে ধৰিলে। অলিৰ ভয় লাগিল। তাই এক ৰকম জোৰ কৰি তেওঁক ভিতৰলৈ সুমাই লৈ আহি বিছনাত বহুৱাই দিলে, আৰু কলে—আপোনাৰ কাহটো আকৌ হৈছে। অলপ শোৱক।

—শুলে জানো টোপনি ধৰিব? টকাখিনি খবৰ কৰচোন?

অলিয়ে ক'লে—ৰ'ব, মই আকৌ ফোন কৰোঁ।

অলি ফোন কৰিবলৈ গ'ল। বুঢ়াই কাহিবলৈ ধৰিলে আৰু কাহৰ মাজত কিবাকিবি অসংলগ্ন কথা বলকিবলৈ লাগিল। বিশেষতঃ তেওঁৰ মনত সম্পত্তি বেচাৰ বাবে বৰ ভয়ানক অনুতাপ হ'বলৈ লাগিল।



প্ৰায় দুঘণ্টা আগলৈকে আছিল তেওঁ কেইবা লাখ টকাৰ মালিক। কিন্তু দুঘণ্টাৰ পিচতে হ'ল লাও লোৱা।

বুকুখন ৰমৰমকৈ পুৰিবলৈ ধৰিলে।

দত্তনীয়ে ওচৰলৈ আহি ক'লে—মকৰধ্বজকে এপালি মাৰি দিম নেকি?

দত্তই ক'লে—দিয়া। মকৰধ্বজ নিদি যদি বিহো দিয়া তাকো এতিয়া ৰং মনে খাম।

দত্তনীয়ে ক'লে—ইমান অধৈৰ্য্য হৈছে কিয়, ভগবানে যি কৰে ভাললৈহে কৰে।

—ওহোঁ মোৰ বিশ্বাস নহয়। ইমান দুখ সহা মোৰ অভ্যাস নাই। চাওঁ মূৰটো পিটিকি দিয়াচোন।

দত্তনীয়ে দত্তৰ মূৰ পিটিকিবলৈ ধৰিলে। দত্তই বৰ বেজাৰেৰে ক'লে—মোৰ আৰু কোনো নাই, একমাত্ৰ তোমাৰ বাহিৰে।

দত্তনীয়ে ক'লে, কিন্তু এই বেজাৰত সান্ত্বনা দিবলৈ মোৰো একো শক্তি নাই।

—জানো! মূৰটো আৰু জোৰে পিটিকি দিয়া। আমাৰ সংসাৰখন এনেকৈ জহি-খহি যাব বুলি ভবা নাছিলো। গোটেইখন উছন গ'ল।

দত্তনীয়ে ক'লে—অকল আমিয়েই যোৱা নাই, দেশখনেই যাওঁ যাওঁ।

দত্তই সুধিলে,—কিবা জানো হ'ব দেশখনৰ? একো নহয়।

—কিয়? চীনা যদি আহে?

—আহিলেও দেশ দুদিনমান বৃটিছৰ তলত ৰোবাদি ৰ'ব, তাৰ পিচত আকৌ দেশ স্বাধীন হ'ব। কিন্তু আমি ডুবিলো।

দত্তনীয়ে একো নেমাতিলে। কিছুপৰ কাৰো মুখত মাতবোল নাই।

অলি সোমাই আহিল, ক'লে দেউতা ভাল খবৰ এটা আছে।

—কি ?

—টকাবোৰ পাইছে, কিন্তু মানুহটো নাই।

দত্ত উঠি বহিল—ক'ত পাইছে ?

অলিয়ে ক'লে, দুৰ্গাবাৰীৰ পিচ ফালৰ হাবিখনত। মাধৱক বোলে দুজনমান মানুহে পিচ লোৱা দেখি সি তাতে সোমাই অন্তৰ্দ্ধান হ'ল।

দত্তই বিশ্বাস কৰিব নোৱাৰিলে। সুধিলে—কোন মানুহে অ' এইবোৰ।

—কোন হ'ব ফুকনৰ দল। ফুকনো আছিল নে কি ?

—হুঁ। সেই সাধনীৰ গিৰিয়েকটো।

—অঁ।

দত্তই বিশ্বাস কৰিব নোৱাৰিলে। ক'লে—বলচোন যাওঁ ব'ল। খবৰটো কৰি আহোঁ।

অলিয়ে ক'লে—বলক।

দুয়ো ওলাই গল।

অন্ধকাৰত একমাত্ৰ থিয় হৈ থাকিল দত্তনী। পলাশো নাই। সিও গ'লগৈ। এই বিলাকত তেওঁৰ কোনো যেন ক্ষতি নাই। কোনেও বিচাৰো নকৰে তেওঁক। প্ৰাচীন জগতৰ এলাইবাহু এগৰাকী তিৰোতা বুলি তেওঁক সকলোৱে এই বিৰাট বঙলাটোৰ মাজত নিৰ্বাসন দিছে। বহুত ঘটনা ঘটি গৈছে। সকলো ঘটনাই তেওঁৰ বাবে ভগবানৰ লীলা। এই অনভিজ্ঞতাৰ সান্ত্বনা হ'ল মনৰ গোঁসাই। তেওঁ অন্ধকাৰলৈ চালে। অন্ধকাৰৰ কোনো কথাই তেওঁ নুবুজে। পৃথিৱীখন সলনি হৈছে, বেয়াৰ ফালেই হয়তো হৈছে, কিন্তু সেই সলনিৰ কোনো অৰ্থ নাই। কোনো অৰ্থ নাই। একমাত্ৰ অৰ্থ আছিল জীয়েক, পুতেক আৰু গোঁসাই ঘৰত। সেইবোৰো লাহে লাহে যাবলৈ ধৰিছে।

## বাইশ

ডিগবইৰ মুখত এটা আতঙ্ক; এনে আতঙ্ক ইতিপূৰ্বে অলিয়ে দেখা নাছিল। বাপেকৰ লগত যাওঁতে তাই দেখিলে চহৰখনত পোহৰ প্ৰায় নায়েই। বংলাবোৰ নিমাত আৰু গৰাকীহীন। ৰিফাই-নেৰী চলিছে, কিন্তু ৰিফাইনেৰীত শব্দ আছে, প্ৰাণ নাই। সকলোৱে জানে যে চৰম মুহূৰ্ত্ত আহিলে সকলোবোৰে আৰ্ত্তনাদ কৰি ধ্বংসৰ বুকুত বিলীন হৈ যাব। একো নেথাকে। এশ বছৰৰ সাধনাৰ তেল-নগৰ শত্ৰুৰ হাতত পৰিবলৈ দিয়াতকৈ ধ্বংস কৰাই ভাল। কিন্তু তেল নিজৰ হাতত থাকিলে মিত্ৰ কিন্তু পৰৰ হাতত পৰিলে শত্ৰু। অলিয়ে কল্পনা কৰিলে দক্ষ-যজ্ঞৰ।

বাপেকো আছিল চিন্তামগ্ন। টকা পোৱাৰ বাতৰিয়ে যিমান উৎসাহিত কৰিছিল, সিমানে তেওঁক ডিগবই ধ্বংসৰ বাতৰিয়ে ভয়ো খুৱাইছিল মনে মনে। তেওঁ দেখিছে টকাৰ দিন যেন শেষ হৈ আহিছে। টকা থকা সকলো বিদেশী আৰু অনা-অসমীয়া পলাইছে। সকলো অনিশ্চিত। কিন্তু যিসকল গোত্ৰহীন—সিহঁত আছে। সিহঁতৰ সমুখত জিলিকিছে যুদ্ধৰ বিভীষিকা।

কিন্তু অলি আৰু বুঢ়া বাপেক দুয়ো মনে মনে যেন এটা বিকৃত উল্লাসো অনুভৱ কৰিছিল। যদি যুদ্ধত কেনেবাকৈ অজ্ঞাতে তেওঁ-লোক মৰি যায় তেন্তে খুব ভাল। অলিৰ কলঙ্ক শেষ হ'ব, বুঢ়া বাপেকৰ দুখৰ অন্ত পৰিব।

পুলিচ থানা যেতিয়া পালেগৈ তেতিয়া থানা খুব শান্ত। কোনো নাই। অ-চি-জনে নি সিহঁতক টকাৰ চুটকেছটো দেখুৱালেগৈ আৰু দত্তই নিজে লেখি ঠিক বাণ্ডিলবোৰ যেনেকৈয়ে আছে তেনেকৈয়ে পালে। কিন্তু চোৰ নাই। চোৰ সাৰি গ'ল। বিচাৰি পুলিচ ভাগৰি

পৰিছে। দত্তই কোনো উত্তৰ নিদিলে। কেৱল সুধিলে টকাবোৰ কেতিয়া পাব ?

পুলিচ বিষয়াজনে ক'লে—সেইবোৰ এতিয়া পুলিচৰ জিম্মাত থাকিব। পিচতহে তেখেতে পাব।

তিনিও কথাটো বুজিলে।

অ-চি জনে আকৌ সুধিলে—আপোনালোকে যাব নে থাকিব ?

—থাকিম।

—সকলো গৈছে কিন্তু।

অলিয়ে ক'লে—বহুত আছেও দেখোন।

অ'-চিয়ে উত্তৰ দিলে,—আছে, কিন্তু থাকি কি কৰিব ? ডিগবই যদি ধ্বংস হয় থাকি কি কৰিব ?

হুমুনিয়াহ ছাৰি অ'-চিয়ে ক'লে—ফুকনহঁতে চিভিল ডিফেন্স কৰিব খুজিছে। ভলন্টিয়াৰো গোটাইছে। কিন্তু জাতীয় প্ৰতিৰোধৰ আঁচনি নহলে একো নহয়। তথাপি এক গোট হৈ থাকিলে মাইকী মানুহবোৰ আঁতৰাই দি নিৰাপদ ঠাইত ৰাখিবগৈ পাৰিব।

অলপ কথা পৰ্তাৰ পাছত অলি আৰু দত্তই থানাৰ পৰা বিদায় ললে। মটৰত উঠি অলিয়ে ক'লে—এবাৰ বকুলৰ তাৰ পৰা আহোঁগৈ।

—কিয় ?

—বকুলে বহুত কিবাকিবি ভাবিছে কি কৰিব !

দত্তই হাঁহি ক'লে—তাই ছোৱালী জনীয়েনো কি কৰিব ?

অলিয়ে একো উত্তৰ নিদিলে।

হঠাতে তাই ক'লে, "দেউতা, এই জীৱনটোৰ একো সাৰ্থকতা নাই। বকুলেতো আৰু ভালকৈ জানে কথাটো। কিবা এটা ভাল কামত লগাব খোজো জীৱনটো।"

দত্তই আন্ধাৰত দেখিবলৈ পালে এখন বোলছবিৰ পৰ্দা। তেওঁৰ জীৱনৰ চলচ্চিত্ৰ। দুটা বস্তুৱে তেওঁৰ পাৰিবাৰিক জীৱন ধ্বংস কৰি



পেলালে। প্ৰথম অৰ্থ আৰু দ্বিতীয় কাম। দুয়োটাই আজি ব্যৰ্থ সাধনা। তেওঁ জুৰুলা হৈ গৈছে। ধৰ্ম আৰু মোক্ষৰ কথা এইটো পৰিয়ালে পাহৰি পেলাইছে। জীয়েকে কি বেদনা অনুভৱ কৰিছে, তাক তেওঁ বুজিব পাৰিছে। কিন্তু তাৰ সমাধান বকুলে জানো দিব পাৰিব ? তায়ো কামৰ ফল।

তেওঁ ক'লে—কি কৰিবি ?

—ক'ব নোৱাৰো।

দত্তই হাঁহিলে। ক'লে—সংসাৰত সোমালি যেতিয়া ওলাবি কেনেকৈ আকৌ ?

অলিয়ে উত্তৰ দিলে—বিয়াবোৰত কিবা এটা ভুল গণনা হয় দেউতা। আজিকালি কোনো মতা মানুহে নিজৰ তিৰোতাকে লৈ নেথাকে। আৰু তিৰোতায়ো একেজন মানুহকে ভাল পাই থকা সহজ নহয়।

দত্তৰ খং উঠিল জীয়েকৰ কথা শুনি। তেওঁ ক'লে,—মাইকী মানুহ হ'লেই সতীত্ব ৰক্ষা কৰিব লাগে। নহলে সংসাৰ ধ্বংস হয়। পুৰুষ জাতিটো অলপ লুতুৰা। তাক দেখি নাৰীও যদি লুতুৰা হয় তেন্তে ধৰ্ম নষ্ট হয়।

অলিয়ে অভিমানত সুধিলে,—ধৰ্মনো কি দেউতা ?

দত্তই ক'লে—ধৰ্ম মানে সংযম। নাৰীয়ে সদায় পুৰুষৰ কথা মতে চলিব লাগে। নাৰী যদি ব্যভিচাৰিণী হয় তেন্তে সাত পুৰুষ বৌ বৌ নৰকত পৰে।

অলিৰ খং উঠিল,—তাই খুব জোৰে মটৰ চলাবলৈ ধৰিলে। আৰু ক'লে—নৰক আৰু দেখা নাইনে কিবা ? এই বঙলাটোৱেই নৰক। এক মুহূৰ্ত থাকিবৰ মন নোযোৱা হৈছে মোৰ। কেৱল পলাশৰ কাৰণে পৰা নাই।

দত্তই কলে, তহঁতৰ কথা একো বুজি নেপাওঁ। নলিনৰ মন বৰ লুতুৰা। মই সকলো গম পাইছো এতিয়া। সেই মিছেহ বাপট নে কি সেইজনী—

অলিয়ে উত্তৰ দিলে—তেওঁ ভোগ কৰিবলৈ বিচাৰে। ইপিনে সংসাৰো এৰিব নোখোজে। মোক ক্লাবলৈ নি তেৱেঁই প্ৰথমতে ভয় ভাঙি দিলে। তাৰ পিচত দেখিলো নিজৰ গিৰিয়েকক ভাল পায়ো একোজনী মানুহে আনক ভাল পাব পাৰে।

দত্তই খঙেৰে সুধিলে,—তেন্তে যিবোৰ শুনিছোঁ সেইবোৰ সঁচা নেকি? সেই সেনগুপ্ত নে কি সেইটোৰ লগত তোৰ হলি-গলি হৈছিল নেকি?

অলিয়ে বাপেকৰ ভাষা ৰুচিবিগৰ্হিত জ্ঞান কৰি কলে,—আপুনি বৰ বেয়া ভাষাৰে কথাটো কৈছে।

—যি ভাষাৰেই নকওঁ কচোন নলিনৰ সন্দেহৰ কিবা যুক্তি আছেনেকি?

—মই বিমান দূৰ জানো নাই।

—তেনেহলে নলিনৰ সন্দেহ মিছা? নলিনে মোক কৈছে এই বিলাক বিষয়ত সদায় মাকজনীৰ কথাত বিশ্বাস স্থাপন কৰা টান।

অলিৰ খং উঠিল, তাই কলে,—তেওঁৰ এইটো এটা অজুহাত মোক আঁতৰাবৰ। মই নেজানো নেকি! মিছেহ বাপটক যিদিনা আমুৱাব, সেইদিনা আকৌ ভিক্ষাৰীৰ দৰে মোৰ কাষলৈ আহিব।

বাপেকে কাণত ঠিলা দিলে।

—তই এইবোৰ কথা মোক নকবি, অলি। তাৰ কথামতে কাম কৰ। সংসাৰত এটা গণ্ডগোল সৃষ্টি কৰি লাভ নাই। সি সন্তানটো নেলাগে বুলিছে, তাকেই কৰ।

—দেউতা আপুনিও পাপৰ ভাগ লব খোজে··· ? ······

—পাপ! পাপ! পাপ!—

পাপৰ কথা বাদ দে। আজিকালি ভ্ৰূণহত্যা কোনো পাপ নহয়।

অলিৰ গা গৰম হৈ আহিল। তাই খুব জোৰে মটৰখন বকুল-হঁতৰ ঘৰৰ ভিতৰত সুমাই দিলে। মটৰৰ পৰা নামি তাই কোঁকোঁকৈ ভিতৰলৈ সোমাই গ'ল। ভিতৰত দেখিলে বকুলে তেতিয়াও ৰুমতে



অস্থিৰ ভাৱে অহা-যোৱা কৰিছে। অলিয়ে বকুলক দেখা পাই ৰ'ব নোৱাৰিলে। দুৱাৰখন বন্ধ কৰি তাইক বুকুত সুমুৱাই লৈ সৰু ছোৱালীৰ দৰে কান্দিবলৈ ধৰিলে। তাৰ পিচত কলে—বকুল বকুল, তুমি যুদ্ধলৈ ওলাইছা যদি মোকো লগত লৈ যোৱা। তাতে আওমৰণেৰে মৰো। ময়ো যুদ্ধ কৰি মৰো।

—কি হল বাইদেউ? যুদ্ধতো শেষ হ'ল। চীনে 'চীজ ফায়াৰ' ঘোষণা কৰিছে।

—চীজ ফায়াৰ!

আঁ। তাকে ভাবিছোঁ। এতিয়া কি কৰোঁ? কলঙ্কময় জীৱন লৈ এই চহৰত এক মুহূৰ্ত্তও থাকিবৰ মন যোৱা নাই।

—কি কৰিবা?

—একো উপায় পোৱা নাই।

—ময়ো পোৱা নাই। নিজৰ পেটৰ সন্তানটো মাৰি পেলোৱা পাপৰ পৰা মোক কোনে উদ্ধাৰ কৰে?

বকুলে বিকৃত হাঁহি এটা মাৰি কলে,—সঁচাকৈ কোৱাচোন সন্তানটো কাৰ?

অলিয়ে বকুললৈ ঘৃণাৰে চাই উত্তৰ দিলে—নলিনৰ।

—তেনেহলে এই অকাৰণ সন্দেহ কিয়?

—সেনগুপ্তৰ লগত সেই সময়ত মোৰ খুব অন্তৰঙ্গতা হৈছিল।

—কিন্তু সন্দেহৰ কাৰণ নাই বুলি তুমি কেনেকৈ জানিলা? এনেওতো হ'ব পাৰে যে তোমাৰ অজ্ঞাতে সেনগুপ্তই তোমাক এই বোজা দিছে।

অলিৰ মূৰ ঘূৰি গ'ল। "এনে হ'ব নোৱাৰে। অসম্ভৱ।"

বকুলে কলে—পাৰে।

—অসম্ভৱ।

অলিৰ তাৰিখ পৰ্য্যন্ত মনত আছে। সেই দিনা সেনগুপ্তৰ লগত তাই দেখা কৰাই নাই।

বকুলে আশ্বস্ত হৈ ক'লে—তেনেহলে ইমান ভয় কৰিছা কিয় ?

—তেওঁ গৰ্ভপাত কৰিবলৈ কৈছে।

—তেনে নকৰিবা। গোটেইখন সমাজকে উলাই কৰা। এইখন সমাজত কি আস্থা ৰাখিবা ?

—মা দেউতাৰো মত তেওঁৰ ফলীয়া।

—তেওঁলোকৰ মত থোৱা। তুমি অলি, তুমি নিজে বাচিব লাগিব প্ৰথমতে। তোমাৰ পাপপুণ্য তোমাৰ নিজা।

—সংসাৰত ইমান অকলে চলিব পাৰিম জানো ?

—চলিব নোৱাৰিলে ছিপজৰী লবা সিও ভাল।

অলিয়ে বকুলক বুকুৰ পৰা এৰি দিলে। তাৰ পিচত ক'লে; তুমি কি কৰিবা ?

বকুলে হাঁহিলে, কলে—একো ভবা নাই।

—তুমি কি ভাবিছা কোৱা। মই জানিবলৈ বিচাৰিছো।

—মই ইয়াৰ পৰা যাওঁগে বুলি ভাবিছোঁ। এঠাইত কাম কৰিবলৈ মাতি আছে……খালি মাৰ অসুখ।

—সেৱা কৰিবলৈ সুযোগ পাবা কিন্তু সকলো ভোগ বাদ দিব লাগিব।

—বিয়াত আৰু মোৰ বিশ্বাস নাই বাইদেউ। অৱশ্যে মাৰ পৰা উপায়হীন হৈছোঁ। বিয়া কৰাব লাগে।

—কাক !

—যাৰ সাহস আছে। বকুলে বিষণ্নমনে কলে—কোনেও মোক বিয়া নকৰায় জানা। মাই কতক সুধিছে, মই জানো নহয়।

অলিয়ে দেখিলে বকুলৰ কথাত এটা 'বেপৰোৱা' ভাব আছে। তাকে দেখি তাই ভাল পালে, কলে—

—সম্ভবতঃ তেনে কৰিলে মুকলি মনে থাকিব পাৰিবা, কিন্তু সমাজ নেপাবা।



—সমাজ মই এনেয়ে নেপাওঁ। সমাজ মোক নেলাগে। কেনেকুৱা হ'ব বাইদেউ ? মুকলিমুৰীয়া হৈ থাকিম।

অলিয়ে বকুলৰ ভাগ্য বুলি বিবেচনা কৰিলে এই সিদ্ধান্ত। তাই ক'লে—ভালেই হব যোৱা। মই তেনে হ'ব পৰা হলে ভাল আছিল।

বকুলে হঠাৎ কলে, আৰু এটা কথা বাইদেউ।

—কি ?

—তুমি কি কৰিবা ?

—কি কৰিম, কোৱাচোন ?

বকুলে ভাবিলে, কবলৈ কি আছে তাইৰ ? অলিৰ কোনো গৰজ নাই তাইৰ দৰে বৈৰাগিণী হ'বৰ। কিন্তু তথাপি তাই যথেষ্ট পীড়া পাইছে।

—তুমি বাইদেউ, সেনগুপ্তক বিয়া নকৰোৱা কিয় ? মানুহজনে তোমাক পালে আনক বিয়া নকৰায়।

বিয়াৰ নাম শুনি অলিৰ ঘৃণা উপজিল। কলে—নহয়, সেনগুপ্ত স্বামী হবৰ বাবে উপযুক্ত নহয়। তদুপৰি মই পলাশক এৰিব নোৱাৰো। নলিনে এৰি দিব নোৱাৰে। ময়ো নোৱাৰো।

তেনেহলে কেনেকৈ থাকিবা অবিশ্বাসৰ মাজত ?

—মাৰ দৰে মই প্ৰাৰ্থনা কৰিম।

—কাক ?

—ভগৱানক।

—ভগৱান জানো আছে ?

—মাজে মাজে কেতিয়াবা গম পাওঁ।

—কেতিয়া ?

—যেতিয়া সকলো আশা শেষ হয়। ঠিক আশা শেষ হোৱা নহয়, আশাৰ আন আধাৰ যেতিয়া নেথাকে।

—সেইটো আত্ম-প্ৰতাৰণা। মই মাত্ৰ এটা সময়ত অনুভব কৰো,

যেতিয়া মৰণৰ পাচত অন্ধকাৰৰ কথা ভাবো। মনৰ গহন অন্ধকাৰৰ ভিতৰত বাট-পথ বিচাৰি নেপাওঁ। ভগবান আধাৰ নহয়, মানুহৰ সকলো অজ্ঞান ৰহস্যৰ প্ৰতীক। তাতো মোৰ সন্দেহ আছে। কিন্তু মানুহৰ ভাগ্য মানুহেই নিৰ্দ্ধাৰণ কৰে। মোৰ ভাগ্য মই। তোমাৰ ভাগ্য তুমি।

—বৰ টান পাইছোঁ বুজিবলৈ।

—বুজাৰ কোনো দৰকাৰ নাই। তুমি যেনে তেনে জীয়াই থাকা, নমৰিবা। এয়ে মোৰ অনুৰোধ।

হঠাতে বাহিৰত পোহৰ হ'ল। কাউৰীয়ে কা কা কৰিলে।

—তুমি কেতিয়া যাবা বকুল ?—অলিয়ে সুধিলে।

সোনকালে।

কিমান সোনকালে ?

জানো! মাৰ অৱস্থা ভাল নহয়। গতিকে কেতিয়া যাওঁ কোৱা টান।

অলিয়ে একো নেমাতিলে। কিন্তু অনুভৱ হ'ল বকুলক তাই আকৌ বিচাৰিব লাগিব।

## তেইশ

বকুল হাস্পতালত থাকোতে এদিন হঠাতে কেশেশ্বৰী গৈ বকুলৰ গুৰি ওলালগৈ। তাইৰ পেটৰ যন্ত্ৰণা হৈছিল। অৱস্থা বেয়া দেখি বকুলে কেশেশ্বৰীক অকলে এখন বেডলৈ নি পৰীক্ষা কৰিলে, তাৰ পিচত সুধিলে, ফুকনে জানে নে নেজানে ?

—নেজানে।

বকুলে দৰব দিলে। কিছু সময়ৰ মূৰত কেশেশ্বৰীৰ যন্ত্ৰণা অলপ লাঘৱ হ'ল। তেতিয়া বকুলে খঙেৰে সুধিলে,—এনে কাম কিয় কৰিলে ? এতিয়া কি হয় মই একো ক'ব নোৱাৰো। মই ফুকনক মাতিব লাগিব।



—নাই, নাই তেখেতক নেমাতিব। তেখেতে গম পালে সৰ্ব্বনাশ হ'ব। যিহে মানুহ। নাই, নাই, ফুকনক কিয় ? এইটো কাম মই কৰিছোঁ। যি হয় মোৰ হ'ব। তেওঁক নেমাতিব।

বকুলে মানুহজনীৰ মুখলৈ চালে তাৰ পিচত ক'লে—আপোনা-লোকৰতো বিয়া হোৱা নাই ?

—নাই ?

তাই ৰ'ল, এনেকৈ বেজৰ দৰব খোৱাৰ পৰা ভাল নহ'ল। কেইদিন মান আপুনি হাস্পাতালত থাকিব লাগিব। ফুকনকো ক'ব লাগিব।

—সৰ্বনাশ !

কেশেশ্বৰী ৰ'ল। তাৰ পিচত ক'লে,—সন্তানটো নষ্ট হ'ব নেকি ?

বকুলে ক'লে, কব নোৱাৰো। মই চেষ্টা কৰিম বচাবলৈ। বৰ বেয়া কাম কৰিলে। কিয় কৰিলে এনে কাম ?

কেশেশ্বৰীৰ চকুপানী ওলাল। আচলেৰে চকুপানী মচি সংযত হৈ তাই গোটেই ঘটনাটো বৰ্ণালত ক্ৰোধৰ ঠাইত বকুলৰ মনত সহানুভূতিৰ সঞ্চাৰ হ'ল। তাই ক'লে—বাৰু, মই সন্তানটো বচাবৰ বাবে আপ্ৰাণ চেষ্টা কৰিম।

—নেলাগে।

—কিয় ?

—সি মোক জনম দিয়া বাবে দূষিব। ফুকনৰ অবিহনে তাৰ কি হ'ব। আপুনি জানিব।

বকুলে মূৰ দুপিয়ালে। তাই বুজিলে এনেয়েও সন্তান বাচি থকাৰ আশা নাই। যি কোনো মুহূৰ্ত্তত গৰ্ভ নষ্ট হব পাৰে। তাই বচাবৰ চেষ্টা কৰিবই লাগিব। কাৰণ তাই ডাক্তৰ। তাই ক'লে, আপুনি এতিয়া শোৱক। আপোনাৰ কথা মই বুজিছোঁ। মই কিন্তু ডাক্তৰৰ ধৰ্ম মতেহে কাম কৰিম। মই বচাবৰ বাবে যত্ন কৰিম।

কেশেশ্বৰীয়ে ক'লে, নেলাগে।

বকুলে একো নকৈ বাহিৰলৈ ওলাই গ'ল। যাওঁতে ৰুমৰ দুৱাৰ বন্ধ কৰি দিলে।

চীনা সকল উভতি যাম বুলি কৈছে এমাহৰ ভিতৰতে। হাস্পতাললৈ আহত সৈনিক আহিছে। তাই ঘূৰি আহি হাস্পতালৰ বাৰান্দাৰ চকীখনত বহিল। ওখ গছবোৰ চাই তাইৰ আমনি লাগিছে। কিছুমান গছৰ পাত লৰিছে। তাতো এটা বিষণ্ণতা। দুদিন কাম কৰিয়েই তাই ভাগৰি পৰিছে। যি কাৰণে ডিগবৈ এৰি যাব খুজিছে, সেই কাৰণেই আকৌ তাইৰ বেয়া লাগিল।

আমনি লাগিছে এই গণ্ডীৰ মাজত থাকি। তাই যেন এপাহি বনৰীয়া ফুল। তাই বিচাৰিছে তাইৰ স্বীকৃতি। কোনেও সেই স্বীকৃতি নিদিয়ে।

বাৰান্দাত বহি থাকোতে বেলি ডুব গল আৰু ঘন অন্ধকাৰ নামিল। বকুলে উঠাৰ কোনো লক্ষণ নেদেখুৱালে। অলপ সময়ৰ মূৰতে ফোন বাজি উঠিল। তাই ফোনৰ ওচৰলৈ গ'ল। ফোনটো তুলি লৈ গম পালে ফুকনে ফোন কৰিছে। কোনোবা এজন বেমাৰী লৈ এতিয়াই আহিব। বকুলৰ চাবৰ মন নাছিল। কিন্তু ফুকনে কাবৌকোকালি কৰাত তাই মান্তি হ'ল।

অলপ পাছতে এখন টেক্সিত ফুকনে বেমাৰীটো লৈ আহিল। বকুলে বেমাৰীটোৰ মুখলৈ চাই দেখিলে মুখখন খুব শেঁতা। গাত টেম্পাৰেচাৰ আছে। মানুহটো ডেকা বগা গাঠলু। সি একান্তমনে তাইলৈ চাই আছে। বকুলে প্ৰশ্ন সুধি গম পালে যে মানুহটোৱে কেইবাদিনো জ্বৰত ভুগিছে। খুব সাৱধানে তাই বুকু-পিঠি পৰীক্ষা কৰি চালে হাওঁ-ফাওঁত কিবা ক্ষত হৈছে নেকি? হৈছে। তাৰ পিচত ক'লে, সাৱধানে ৰাখিব লাগিব।

ফুকনে ক'লে—"আপোনাৰ ইয়াতে এটা ছীট দিয়ক।"

বকুলে চিন্তা কৰিলে, তাৰ পিচত ফোন কাৰ এটা ছীট ঠিক কৰি তাক লৈ যোৱাৰ ব্যৱস্থা কৰিলে।



বেমাৰীটো নিলত বকুলে হাঁহি ক'লে, মানুহটো চিনাকি যেন লাগিছে। আগৰ মানুহটোৰ একো নায়েই।

—ফুকনে ক'লে, ই মাধৱ।

বকুলে তৎক্ষণাৎ সুধিলে, মোক দেখুৱাবলৈ আনিলে কিয়? ইয়াৰ নামত চোন ৱাৰেণ্ট আছে?

—অঁ। সেইবাবেই আনিলো।

বকুলে হাঁহিলে। —ইয়াক ক'ত লগ পালে?

—বহুত বিচাৰিলোঁহক। নেপালো। কেইবাদিনো হাবিয়ে-বননিয়ে পলাই থাকি এই অৱস্থাত নিজেই মোৰ ওচৰ ওলাইছেহি। বেয়া লাগিল। কি কৰিব? তাৰ কথাটো আপুনি জানে হ'ব পায়।

বকুলে ক'লে—জানো।

বকুলে মাধৱৰ কথা ভাবি উৱাদিহ নেপালে। বোধ হয় জহৰা হোৱাৰ যন্ত্ৰণাকে সি উপশম কৰিব নোৱাৰিলে। চোৰ হৈ পৰিল। সম্পত্তিৰ ভাগ লবৰ বাবে চুৰ কৰিলে, কিন্তু সম্পত্তিৰ বদলি পালে আৰু ক'লা কলঙ্ক।

সেই একেই বেদনা।

ফুকনে হঠাতে ক'লে—তাৰ কথা ভাবিলে মোৰ নিজৰ কথা মনত পৰে, আপোনাৰ কথা মনত পৰে, আমি যেন একেখন বিলৰ মাছ।

বকুলে ফুকনলৈ চালে, ফুকনৰ ৰঙা চকুজুৰি বিষণ্ণ হৈ পৰিছে। ফুকনে আকৌ ক'লে—মই বা আপুনি জানিবা শিক্ষা পাই কিবা এটা হলো। সমাজখনক, বুঢ়া আঙুলি দেখুৱাই থাকিব পাৰো। কিন্তু ই নোৱাৰে। সি চোৰ হ'ল।

বকুলে সুধিলে—ইয়াক শিক্ষা দিব নোৱাৰিলেনে?

—নাই, গাৱঁত পঢ়িছিল হাইস্কুলৰ শ্ৰেণী কেইটা। কিন্তু তাৰ পিচত দত্তৰ আধিয়াৰবোৰে তাক উচটালে সম্পত্তিৰ ভাগ ল'বলৈ। ফলত এই হ'ল।

—তাৰ কেছটো কি হ'ব?

—চুৰিৰ কেছ। জেল। অতি বেছি কমাব পাৰি সময়টো। আৰু একো কৰিব নোৱাৰি।

—বকুলে মনে মনে ৰ'ল। কেশেশ্বৰীৰ সম্পৰ্কে কথা উলিয়াও বুলিও তাই একো নুলিয়ালে। মাধৱলৈ তাইৰ বেথা লাগিল। কিন্তু তাৰ বুৰ্বকামিৰ নিন্দা নকৰিও নোৱাৰিলে। লৰাটো তাইতকৈ দুবছৰ মানৰ সৰু হ'ব। মুখখন অলিহঁতৰ গঢ়ৰ। পঢ়িবৰ বয়স তাৰ আছিল। কিন্তু জেলত সোমালে পঢ়িব কেনেকৈ?

ফুকন কিছুপৰ তেনেকৈয়ে ৰ'ল। অন্ধকাৰ গাঢ় হৈ আহিল।

## চৌব্বিশ

পিচদিনা তিনিজন পুলিচ সহ ডিগবইৰ অ'-চি আহি নৰিয়া পাটীতে মাধৱক চিনাক্ত কৰি গ্ৰেপ্তাৰ কৰিলে। কিন্তু বকুলৰ বাধা পোৱাত জেলৰ হাস্পতাললৈ নিব নোৱাৰিলে। পুলিচে কেছো দিলে। বকুলে নিয়ম মতে মাধৱৰ আৰু কেশেশ্বৰীৰ চিকিৎসা কৰিলে। লাহে লাহে দুয়ো ভালৰ ফাললৈ আহিল। যেতিয়া সুস্থ হ'ল কেশেশ্বৰী গুচি গ'ল। কিন্তু মাধৱে গম পালে যে সি আৰু মুক্ত নহয়। তাৰ মন পৰি গ'ল। সি বিষণ্ণ মনে পুলিচৰ ওচৰত ধৰা দিলে।

মাধৱ জেললৈ গ'লত বকুলে আকৌ আগৰ দৰে কাম কৰিবলৈ ধৰিলে। কেইদিনমানৰ মূৰত খবৰ কাগজত মাধৱে মেজিষ্ট্ৰেটৰ আগত দিয়া বিবৃতি প্ৰকাশ পালে। বিবৃতিটো পঢ়ি তাই খুব সন্তোষ পালে। মাধৱে নিৰ্ভীক ভাৱে সকলো কথা মেজিষ্ট্ৰেটৰ আগত কৈছিল। সি কৈছিল, "যেতিয়া সম্পত্তি বেচি দত্তহঁত গুচি যাবলৈ ওলাল তেতিয়া মোৰ আশাৰ ভিকাচন ভাগিল। আৰু মই ডিগবইলৈ গৈ দত্তৰ ৰেহ-ৰূপ চালোঁ। যেতিয়া দেখিলো যে সম্পত্তি বেচা টকা সকলো তেওঁৰ চুটকেছত, তেতিয়া আৰু মই ৰব নোৱাৰিলোঁ।"

পাছৰখিনি কথা বকুলে জানে। মাধৱে তাইক সকলো কৈছে। ঘটনাস্থলীৰ পৰা পলাই হাবিয়ে হাবিয়ে সি নেফা ওলালগৈ। আৰু তাৰ পৰা তেজু পালেগৈ। তাৰ ইচ্ছা আছিল যুদ্ধৰ কুলি হোৱা। কিন্তু তেনেতে তেজুৰ ভাৰপ্ৰাপ্ত হাৱালু চাহাবে ক'লে যে যুদ্ধ বন্ধ হৈছে। চৰকাৰৰ বিশেষ একো আৱশ্যক নাই কুলিৰ। তেওঁ তাক সেনা বিভাগত যোগ দিবলৈ ক'লে। দেশত বোলে সেনাৰ খুব আৱশ্যক। মাধৱে আহি সেনা বিভাগত নাম লিখাব খুজিছিল কিন্তু তেনেতে আৰম্ভ হ'ল নিউমোনিয়া।

দত্তৰ পক্ষৰ উকীলে অৱশ্যে ওলোটা বিবৃতি দিছিল। বকুলে

সেইবোৰ পঢ়িবলৈ পাই খণ্ডত বলিয়াৰ দৰে হ'ল। তাই ঠিক কৰিলে মাধৱক মোকোলাবৰ বাবে তাই উকীল লগাব। এই ভাবি তাই ফুকনক মতাইছিল। ইতিমধ্যে তাই শুনিলে কেশেশ্বৰীৰ লগত ফুকনে প্ৰায় সম্পৰ্ক এৰাৰ দৰে। ফুকনৰ লৰা বা ছোৱালী এজনীৰ মুখ দেখিবৰ বাবে প্ৰবল হেঁপাহ আছিল, কিন্তু কেশেশ্বৰীয়ে সেই আশা পূৰণ নকৰিলে। ফুকনে তাইক দুচকু পাৰি দেখিব নোৱাৰা হ'ল। বকুলৰ আগত আহি মানুহটোৱে দুখ প্ৰকাশ কৰিবলৈ ধৰিলে, কিন্তু বকুলে দেখিলে ফুকনে কেশেশ্বৰীক ভাল পাবলৈ এৰি দিছে। ফুকনৰ গাঠলু দেহত থকা তীখা যেন টান হাড় ওলোৱা মুখ-খনত বকুলে দেখিলে এটা অৱসাদ। সন্তানৰ বাবে যেন তেওঁ বাউল হৈ পৰিছে। বকুলে ফুকনক সান্ত্বনা দিলে। কিন্তু লগে লগে ক'লে আন কাম বাদ দি হলেও তেওঁ মাধৱৰ বাবে, এজন উকীল ধৰিব লাগে। টকা তাই দিব।

কিছু পৰৰ মূৰত ফুকন গলগৈ। বকুলেও গাড়ীলৈ ঘৰ পালেগৈ।

ইয়াৰ পিছত কিছুদিন গ'ল।

কেছ চলি থাকোতেই নিৰ্মালীয়ে কাগজ-পত্ৰ দি কাছাৰী ঘৰত ডাইভোৰ্চ কৰিলে বিকাশৰ লগত। ইতিমধ্যে নলিনী কিছুদিনৰ বাবে শ্বিলঙত বেছিকৈ থাকিব লগা হ'ল আৰু তাতে মিছেছ বাপটৰ লগত সম্পৰ্ক তাৰ গাঢ় হৈ আহিবলৈ ধৰিলে। দওঁহত ইতিমধ্যে ডিগবইৰ পৰা শিৱসাগৰৰ ঘৰলৈ গুচি গ'ল। অলি অকলে ডিগবইত থাকিল। পলাশো যোৱা দিন হ'ল।

ৰুগীয়া কাকতিয়নীয়েই তাইৰ একমাত্ৰ সঙ্গিনী হ'ল। বকুলে মাজে মাজে অলিক তাইৰ ঘৰলৈ মাতে কিন্তু অলি নাহে। আজিকালি তাই ক'লৈকো নোলায়। ওলাবলৈ তাইৰ কোনো পথ নাই। সকলোৱে গম পাইছে নলিনীয়ে তাইক ত্যাগ কৰিছে সেনগুপ্তৰ ফালৰ সন্তান বহন কৰা বুলি। তাইৰ অসহ্য হৈছে।



বকুলৰ কোনো বিশেষ কৌতুহল নাছিল এনেবোৰ ঘটনাত। কিন্তু অলিৰ বাবে তাই দুখিত হ'ল। অলিৰ মতি-গতি বুজা টান হৈ পৰিছে। বকুলে নিজৰ কাম কৰি যাবলৈ ধৰিলে আৰু মাধৱৰ পক্ষে মোকৰ্দমাত গা ঢালি দিবলৈ ধৰিলে। দত্তহ'তে মোকৰ্দমা পিছুৱাই নিয়াবলৈ ধৰিলে আৰু এদিন স্বয়ং বকুলৰ ওচৰলৈ আহি কলেহিও এটা আপোচ কৰিবৰ বাবে। কিন্তু বকুলহঁত ৰাজী নহল। বকুলে আন ঠাইলৈ কাম কৰিবলৈ যোৱা স্থগিত ৰাখিলে। ইয়াতে তাইৰ এতিয়া ঢেৰ কাম।

মোকৰ্দমাৰ গতি ধীৰ হৈ গ'ল। কৰ্টত দিন লোৱা সহজ। দত্তই মাধৱৰ লগত আপোচ কৰিবলৈ ৰাজী হোৱা কথাই ইতিমধ্যে অলিৰ ওপৰত আৰু সন্দেহ বঢ়াই দিলে মানুহৰ। ইহঁতৰ ঘৰখনেই এনে। অলি কলংকমুক্তা হ'ব নোৱাৰিলে। তাই ডাইভোৰ্চ বিচাৰিব খুজিলে। কিন্তু দেখিলে ডাইভোৰ্চ নিজে বিচাৰি ল'লে ভৱিষ্যত অন্ধকাৰ। তাই নলিনীৰ পৰা ভৰণ-পোষণ নেপায়। বাপেকহঁতে ডাইভোৰ্চৰ নামেই নুশুনে! নলিনীও টেঙৰ, সেইবাবে নিজে উপযাচি ডাইভোৰ্চৰ বাবে চেষ্টা নকৰিলে। কাজেই অলিৰ বাবে গত্যন্তৰ নোহোৱা হ'ল। বকুল আৰু দেউতাকৰ মাজত মোকৰ্দমাৰ অৰিয়া-অঁৰি হোৱাৰ ফলতো তাইৰ অশান্তি বাঢ়িছিল। বকুলে অৱশ্যে তাইক পাহৰা নাছিল।

বকুলে এদিন অলিৰ পৰা ফোন পালে। অলিয়ে ক'লে যে তাই বন্ধ কোঠাত থাকি থাকি বৰ টান পাইছে আৰু তাৰ পৰা ওলাবলৈ বিচাৰিছে। অলিৰ মাতটো বৰ দুৰ্বল আৰু কথাবোৰ অসংলগ্ন আছিল। বকুলে ভয় খাই সুধিলে,—তোমাৰ অসুখ নেকি অলি বাইদেউ।

অলিয়ে ক'লে, "মোৰ একো অসুখ নাই বকুল। এনেয়ে তোমালৈ ফোন কৰিলো।"—তাইৰ মাত কোনো ৰকম ওলাইছিল।

ফোনটো থৈ দিলে অলিয়ে। কিন্তু যাওঁ বুলিও তাই যাব নোৱাৰিলে। কাম ওলাল। গধূলিলৈ কাকতিয়নীয়ে বকুললৈ আকৌ ফোন কৰি ক'লে যে অলিয়ে বিছনাত ছাটি-ফুটি কৰি আছে।

বকুল তত্তালিকে যাবলৈ ওলাল।

## পঁচিশ

শোৱনি কোঠাত বকুলে অলিক পালেগৈ। থীণাই শুকাই গোটেইজনী নাইকিয়া হ'ল। বকুলক দেখি সুধিলে—তোমাক কোনে মাতিছিল ?

—বকুলে হাঁহি ক'লে—মই নিজে আহিছোঁ।

—উভতি যোৱাগৈ।

—কিয় ?

—মই অকলে থাকিব খোজোঁ।

—কিয় ?

—মই জীয়াই থকাৰ কিবা দৰকাৰ আছেনে নাই তাকে ভাবিছোঁ।

—বকুলে ক'লে, কিয় নাথাকিব ? প্ৰাণ থকালৈকে কোনো নমৰে।

—মই মৰিলোঁ। কবৰৰ ভিতৰত আছোঁ দেখা নাই।

বকুলে ভাবিলে, অলি বলিয়া হ'ল। তাই খুব সাৱধানেৰে অলিক লক্ষ্য কৰিলে।

অলিয়ে হাঁহি ক'লে,—তুমি কি চাইছা মই বুজিছোঁ।

—কি।

—নাই, মই বলিয়া হোৱা নাই, বিততো হোৱা নাই। নলিনীয়ে মোক এৰিছে, গম পাইছো। মই ডাইভোৰ্চ কৰিলেও নিৰুপায়, ডাইভোৰ্চ নকৰিলেও নিৰুপায়। নলিনীয়ে মোক ছলনা কৰিছে। ইমান ভাল মানুহটো ইমান খল হ'ব পাৰে। দেখিছো নাৰীৰ বাবে একো কবচ নাই। মোৰ কথাৰ মূল্য নাই। পুৰুষে বহুত কিবাকিবি কৰিব পাৰে।

বকুলে সুধিলে, তুমি অকলে থিয় দিবলৈ সংসাৰত ভয় কৰিছা নেকি ?

—অঁ খুব ভয় লাগিছে।

—কিয় ?



—তোমাৰ দৰে মোৰ শিক্ষা নাই নহয়। কি কৰিম ?

বকুলে ক'লে, মই সহায় কৰিম। পঢ়িবা ?

—ওহোঁ, সেইটো হ'ব নোৱাৰে। পঢ়িবলৈ ধৈৰ্য্য নাই। কলৈ যাম ? এটা সন্তানো আছে লগত।

—দেউতাৰহঁতৰ তালৈ যোৱা।

—ওহোঁ, মোৰ লাজ লাগে। দেউতাহঁতে মোক পুতৌ কৰিব, মই বাচি থাকিম, এইটো হ'ব নোৱাৰে।

—তেনেহলে এই অৱস্থাৰে কি কৰিবা ? নলিনীয়ে কি কয় ?

—তেওঁ এতিয়াও একেটা কথাতে লাগি আছে।

—গৰ্ভপাতত।

—অঁ।

—মই নকৰো।

—তেন্তে কি কৰিবা ?

—ভাবি আছোঁ।

বকুলে ক'লে, একোকেই ভয় নকৰিবা। তেতিয়া ঢেৰ উপায় ওলাব।

—কি উপায় ?

বকুলে ক'লে, ভাবিব লাগিব।

অলিয়ে হাঁহিলে। তাৰ পিচত সুধিলে—কলংকলৈ তোমাৰ ভয় নেলাগে ?

—ওহোঁ। তুমি ইমান ভাবিছা কিয় ?

—কাৰণ মই এখন ঘৰ বিচাৰো, স্বামী, সন্তান……

বকুলৰ বিৰক্তি উপজিল, ক'লে,—এতিয়াও তাকে আশা কৰি আছা।

অলিয়ে একো নেমাতিলে। তাই গৈ শোৱনি কোঠাৰ বাৰান্দাত থিয় হ'ল। তাই সেনগুপ্তলৈ এটা ফোন বুক কৰিছিল। সেনগুপ্তই আছিল তাইৰ শেষ আশ্ৰয়। তাই তাক ভাল পাইছিলে। সেনগুপ্তই

যদি ইতি মধ্যে বিয়া কৰোৱা নাই তেন্তে হয়তো তাইৰ কথা ভাবিব পাৰে।

তাই ফোনটোলৈ বাট চাই আছে। কিন্তু ফোন অহাৰ বাবে এতিয়াও দেৰি আছে। বকুলে তাইলৈ চালে। বকুলে একো বুজিব নোৱাৰিলে অলিৰ মনৰ ভাব। বকুলৰ হাস্পতালতো কাম আছিল। তালৈ যাবৰ হ'ল। তাই সেই বাবে অলিক ক'লে,—ব'লা মোৰ তালৈ।

—ওহো।

—কিয় ?

—এটা ফোন অহাৰ কথা আছে।

—কাৰ ? নলিনীৰ ?

ওহোঁ।

—সেনগুপ্তৰ।

কোৱাৰ লগে লগে অলিৰ মুখখন শেঁতা পৰি গল। তাই নামটো কব নেলাগিছিল।

বকুলে ক'লে— সেনগুপ্তৰ ওপৰত এতিয়াও আশা কৰি আছা নেকি ! অৱশ্যে মানুহটোৱে তোমাক ভাল পায়।

অলিয়ে উত্তৰ নিদিলে।

বকুলেও একো নকলে। তাই গুচি গল। বকুলৰ শাৰীখন ঢক্ ঢক্ কৰে বগা। ধুনীয়া মুখখন আৰু বব্ কটা চুলিৰে তাইক সৰগৰ পৰী যেন লাগিছিল অলিৰ। তাই তাইক ৰাখি থব খুজিছিল। কিন্তু ক'বৰ সাহ নহ'ল। বকুলক লাগিছিল।

তাই অন্ধকাৰ দেখিলে কেউপিনে। গোটেই জীৱনটোৰ ওপৰত তাইৰ অভিমান হ'ল। দত্ত কুলৰ গৌৰৱ মাধৱে নুমাই দিলে। কাগজে-পত্ৰই কলঙ্ক প্ৰচাৰ হৈছে। একো লাভ নাই তাত। তাই নিজেও সেই কলঙ্কৰ ভাৰ বহন কৰিছে।

তাই ব্যভিচাৰিণী। তাইৰ একমাত্ৰ আশা হল সেনগুপ্ত।



ঠিক গধূলি বেলিকা ফোন আহিল। প্ৰথমতে বহুত ক্ষমা-প্ৰাৰ্থনা, দ্বিতীয়তে বিৰহ-বেদনা প্ৰকাশ আৰু শেষত ক'লে সি ইতিমধ্যে সম্মতি দি পেলাইছে বিয়াত। ফোনটো থৈ দিলে অলিয়ে।

তাইৰ শেষ আশ্ৰয় নোহোৱা হ'ল।

তাই বহুত পৰ ধৰি কাগজ-কলম লৈ কিবা লিখিলে। লিখি বহুত ৰাতি কৰিলে। তাৰ পিচত তাই আলমাৰিটো খুলিলে। এটা বটল উলিয়ালে। পিল কেইটা লৈ তাই সৰহকৈ মুখত সুমালে। তাৰ পিচত তাতে শুই পৰিল।

## ছাব্বিশ

কাকতিয়নীক লগত লৈ বকুলে কোঠাটোত আকৌ সোমাল। তাই অলিক পৰীক্ষা কৰি হাত তুখন এৰি দি কলে “মা, মই এৰি গৈ বৰ ভুল কৰিলো। অলি বাইদেউক হেৰুৱালো।”

বকুলে থিৰেৰে থাকিব নোৱাৰিলে। কাকতিয়নীয়ে তাইক নি ওচৰৰ চকী এখনত বহুৱাই দিলে। তেওঁ ক'লে—অলিক ভালকৈ চাচোন মানুহজনী শুই আছে হ'ব পায়···গাটোচোন তপত···

—নাই মা, অলি বাইদেউ আৰু নাই।

কাকতিয়নী থৰ হৈ ৰ'ল।

—হ'ল কি?

—স্লিপিং ড্ৰাগ বেছি খালে যেন পাইছো। সেই কাগজখন দেখা নাই। পোষ্ট মৰ্টোম কৰিলেহে ধৰা পৰিব।

কাকতিয়নী বিমোৰত পৰিল। এটা শূণ্য ঘৰত অলি মৰি আছে। তেওঁ ধৈৰ্য ধৰিলে। তাৰ পিচত নলিনীলৈ ফোন কৰিলে। ট্ৰাঙ্ক পাওঁতে এঘন্টা সময় হ ব বুলি জনালে। ইপিনে কাকতিয়নীয়ে ড্ৰাইভাৰক নিয়াই শিৱসাগৰৰ বাপেক মাকলৈ খবৰ পঠালে। লোকেল ফোন কৰি জনাব লগাবোৰক ফোন কৰি জনাই দিলে।

বকুলে অলপ পৰৰ পিচতে ধৈৰ্য ধৰিলে আৰু তেওঁ ডাক্তৰ চাহাবলৈ ফোন কৰিলে। মেনেজাৰকো জনালে।

তাৰ পিচত তাই আকৌ অলিৰ ওচৰলৈ আহিল। মেজৰ ওপৰত এটা পেডত এখন চিঠি পৰি আছিল নলিনীৰ নামত। চিঠিখন তাই নুখুলিলে।

কাকতিয়নীয়ে সুধিলে,—এই ছুইচাইড কৰিব বুলি সপোনতো ভবা নাছিলো।



বকুলে কলে, পুৱাবেলা তেওঁক বৰ অথিৰ-অবিৰ হৈ থকা দেখিছিলোঁ।

—কিয়?

বকুলে পুৱা অলিৰ লগত হোৱা সকলো কথোপকথনকে পুনৰ দোহাৰিলে।

মাকে সুধিলে, সেনগুপ্তলৈ তেনে ফোন কৰিছিল।

—বোধহয় কৰিছিল।

কাকতিয়নীয়ে অলপ পৰ কিবা ভাবিলে,—সম্ভৱতঃ সেনগুপ্তৰ বিয়াৰ খবৰ পাই তাই ধৈৰ্য্য ধৰিব নোৱাৰিলে।

বকুলে একো নেমাতিলে।

এঘন্টামানৰ মূৰত পুলিচ আহিল। মেনেজাৰে পঠিয়াই দিছে। পুলিচে আহি তন্ন তন্নকৈ ঘৰ খানাতালাচ কৰাত লাগিল।

তেনেতে নলিনীৰ ফোন আহিল। কাকতিয়নীয়ে ক'লে, নলিনী তুমি বেগতে গুচি আহাঁ।

নলিনীয়ে ক'লে, কিয়?

—অলিৰ বৰ বেয়া অৱস্থা।

—কি হৈছে।

—ক'ব নোৱাৰো।

—সঁচাকৈ কওকচোন।

—সঁচা কথাকে কওঁ শুনা। অলিয়ে আত্মহত্যা কৰিছে। তুমি বেগাই আহা।

ফোন বন্ধ হ'ল।

কাকতিয়নীয়ে বকুলক ক'লে,—নলিনীৰ মাতটো কিবা যেন লাগিল, নলিনীৰ মাত নহয়, যেন আন কাৰোবাৰ।

বকুলে একো নেমাতিলে। তাই একে থিৰে অলিলৈ চাই ৰ'ল।

## সাতাইশ

নলিনীয়ে আগদিনা ৰাতি নিৰ্ম্মালী নবৌক লগ পাইছিল। ডাইভোৰ্চ্ছৰ পিচত তাই যেন শান্তি পাইছে। এতিয়া কাম বিচাৰিছে। শিক্ষা আছে যেতিয়া কোনোবা কলেজে চলেজে কাম পাব। কিন্তু মানুহজনীৰ হঠাতে অলিলৈ মনত পৰিছিল। নিৰ্ম্মলীয়ে কৈছিল, আপুনি মানুহজনীক এৰি থৈ আহি বৰ বেয়া কৰিছে।

নলিনীয়ে হঠাতে কলে, ইমান দয়া কিয় উপজিল দত্তৰ ছোৱালীলৈ।

—কব নোৱাৰো। আপুনি ভুল কৰিছে।

—কিয় ?

—অলিয়ে মিছা কথা নকয়।

নলিনীয়ে একো নেমাতিলে। সেইদিনা সঁচাকৈয়ে তাৰ বৰ দুখ হ'ল। নিৰ্ম্মালী নবৌ নিৰপেক্ষ মানুহ। কাৰো প্ৰতি আসক্তি নাই, অসত্য কথা কোৱাৰ প্ৰবৃত্তিও নাই। বিকাশক এটা কলঙ্কৰ বাবে আজিও ক্ষমা কৰা নাই। কিন্তু অলিক তাই ভাল পায়। সেই কাৰণে উপযাচি তাই নলিনীক এই উপদেশ দিছিল।

কিন্তু নলিনীৰ কাণত একো নোসোমাল। গধুলিকৈ মিছেছ বাপটৰ লগত বহি নলিনীয়ে উৰাই-ঘূৰাই মদ খাইছিল। পিচ দিনা তেওঁ বোম্বাইলৈ প্লেনত উঠাৰ কথা। সিহঁতৰ সম্বন্ধ গাঢ় হৈ ৰৈছিল, সন্দেহ নাই, কিন্তু সেই সম্বন্ধ সীমাৰ ভিতৰতে আছিল। বহুত দূৰ যেন অলিৰ সেনগুপ্তৰ সম্পৰ্কৰ দৰে। মিছেছ বাপট মাতৃ স্বৰূপা তিৰোতা। তেওঁক বন্ধু হিচাপেও ভাল লাগে। অন্তৰখন স্নেহৰ আকৰ। মিছেছ বাপটক বিদায় দিবলৈ পাই নলিনী ভাৱপ্ৰৱণ হৈ পৰিছিল। সি বিষাদ প্ৰকাশো কৰিছিল। কিন্তু মিছেছ বাপটে কলে—তুমি ইমান বেজাৰ কৰা উচিত হোৱা নাই। এইবোৰ বস্তু



সহজ ভাৱে ল'ব লাগে। তুমি অলিৰ ঘটনাটো ইমান কঠোৰভাৱে গ্ৰহণ কৰাটো মই ভাল পোৱা নাই। প্ৰাচীন নৈতিক সংস্কাৰ তোমাৰ এতিয়াও আছে। এই সংস্কাৰ মতে হয় মানুহ ভাল হ'ব লাগিব, নহয় বেয়া হ'ব লাগিব। কিন্তু মানুহ ভাল-বেয়াৰ সমষ্টি। এই ভাৱে মানুহক নেচালে কোনো মানুহকেই ভাল বুলিব নোৱাৰি। মই কি ভাবো জানা ?

—কি ?

সেনগুপ্তৰ কথাটো হ'ল এনে ধৰণৰ। আমাৰ বহুত ডেকা আছে, যাৰ আজিকালি ধাৰণা হৈছে ছোৱালীৰ লগত হলিগলি কৰি শেষত এজনীক বিয়া কৰোৱা। কথাটো বেয়া নাছিল যদি ইয়াৰ অৰ্থ পাৰ্টনাৰ বচাৰ প্ৰয়াস হয়। যোৰ পতাটো এনেয়ে টান্, নিজে নিজে পতাটো আৰু টান। সেনগুপ্ত কিন্তু দায়িত্বহীন ডেকা। আগতেই হয়তো ভাবি লৈছিল বাপেক-মাকে ঠিক কৰা পাত্ৰীক বিয়া কৰিব ; কিন্তু তাৰ আগতে জীৱনত অলপ ধেমালি কৰি ল'ব। মতা মানুহৰ এই দায়িত্বহীনতা নিন্দনীয়। অলিৰ কিন্তু তেনে নহয়, অলিয়ে তাক ভাল পাইছিল। কিন্তু তাই সীমাৰ ভিতৰত সেই ভালপোৱা প্ৰকাশ কৰিছিল। এইটো ইচ্ছা-অনিচ্ছাৰ কথা নহয়, নাৰীৰ প্ৰকৃতিতে এটা সহজ আত্মৰক্ষাৰ ভাৱ আছে। তদুপৰি অলিক মই জানো। তাই পত্নীৰ ধৰ্ম্ম বুলি যিটো ধৰি লৈছে, তাক কেতিয়াও অৱমাননা নকৰে।

নলিনীয়ে মন্ত্ৰমুগ্ধৰ দৰে তেওঁৰ কথাবোৰ শুনি আছিল। তাৰ ভাবো হৈছিল, মিছেছ বাপট আৰু নিৰ্মালী নবৌ দুয়োৰে উপদেশত সত্য আছে।

ক্লাবৰ পৰা ৰাতি ঘৰলৈ আহি পাটীত পৰি সি শুব পৰা নাছিল। মিছেছ বাপটক বিদায় দি অহাৰ পিচত সি অনুভৱ কৰিছিল তাৰ হৃদয়ত আৰু জীৱনত অলিৰ কি স্থান। আনবোৰ আহিব যাব, কিন্তু অলি সদায় একেদৰেই একে স্থানতে থাকিব। তাৰ যদি কিবা

ভুল হৈছিল তেন্তে এই স্বস্থানৰ পৰা আতৰি অহাটো ভুল হৈছিল। তেৱে নিশা ফোন কৰোঁ বুলি সি ফোন কৰিবলৈ সাহ নকৰিলে। তেতিয়াও দ্বিধা আছিল।

কিন্তু পুৱা বেলালৈ তালৈকে ফোন আহিল। সেই ফোন পাই থৰ হৈ গল। বহুত সময়লৈ কিংকৰ্ত্তব্যবিমূঢ় হৈ ৰ'ল। গোটেই পৃথিবীখন যেন ঘূৰিবলৈ লৈছে। মূৰটো যেন বেছিকৈ ঘূৰিছে। কিমান সময় তেনেকৈ আছিল সি ক'ব নোৱাৰিলে কিন্তু শেহত গম পালে কোনোবাই তাক গাড়ীত উঠাই দিছে, কোনোবাই মটৰ চলাইছে, কোনোবাই এগিলাচ পানী দিছে খাবলৈ। সকলো যেন ছয়াঁময়া। সকলো যেন অৰ্থহীন, অসাৰ।

## আঠাইশ

নলিনীয়ে শূন্য বঙলাত সোমাই দেখিলে তাত মৰিশালীৰ শূণ্যতা বিৰাজ কৰিছে। কেৱল কাকতিয়নীৰ বাহিৰে আনবোৰ সকলোৰে মুখ নিস্তব্ধ। কাকতিয়নীয়ে তাক সকলো কথা ক'লে, কেনেকৈ কি ঘটিল। পোষ্ট মৰ্টেমতো একেটাই ৰিপ'ৰ্ট। আত্মহত্যাই কৰিলে অলিয়ে। লগে লগে পেটৰ সন্তানটিও হত্যা কৰি গ'ল। নলিনীক তাই দোষী কৰি থৈ গ'ল। চিঠিখনো কাকতিয়নীয়ে তাক দিলে।

নলিনীয়ে সকলোকে বাহিৰলৈ যাবলৈ কৈ অকলে মৰাশৰ কাষত বহি ৰ'ল। খৱৰ দিবলৈ তেতিয়াও নিৰ পৰা হোৱা নাই। পলাশ গধূলিৰ প্লেনত আহি পোৱাৰ কথা। পলাশে মুখাগ্নি কৰিব। অলিৰ মাক-দেউতাকো আহি আছেহি। কিন্তু তেওঁলোকে নিসহায় বোধ কৰিলে। অলিৰ আত্মহত্যাৰ কাৰণ কি তাক তেওঁলোকে জানে। দত্ত বংশৰ শেষ আশা আছিল জীয়ৰীত। তায়ো এৰি গুচি গ'ল। বিকাশলৈ কোনেও খবৰ নিদিলে অলিৰ আও মৰণৰ। বিকাশ মৰিল বুলিয়েই ধৰিলে ছয়ো। মাধৱে বিকাশৰ অপকীৰ্ত্তি সংসাৰত ৰজনজনা কৰি গ'ল। মাধৱে হয়তো ঠিকেই কৰিছে। বকুলে মাধৱক ৰক্ষা কৰিলে। দত্তই সম্পত্তিৰ ওপৰত আস্থা হেৰুৱালে। গতিকে মনৰ দুঃখত আপোচ কৰি পেলালে। ঘৈণীয়েকৰ লগতে আজিকালি তেৱোঁ ভাগ্যত বিশ্বাস কৰিবলৈ লৈছে। মাধৱক কিছু টকা দি দিবলৈ সন্মত হৈছে দত্ত। কিছুমান পলাশক। আৰু বাকীখিনি নিজৰ বাবে ৰাখি থব। দত্তহঁতে ঠিক কৰিছে খৱৰ দিয়া হৈ গলেই জোৱায়েকৰ লগত এখন্তেকো নেথাকে সোনকালেই তীৰ্থবাস কৰিবগৈ।

নলিনীয়ে অলিৰ কাষত শিলৰ খুটাৰ দৰে থৰ হৈ থিয় দি ৰ'ল। অলিৰ মুখখন খুব শান্ত। যেন টোপনি গৈছে। দেখিবলৈ বৰ

সুন্দৰ হৈ আছে অলি। যেন এই মাত্ৰ এপাহ ফুল শেৱালি গছৰ পৰা সৰি পৰিছে। সি অলিৰ গালত চুমা খালে। তাৰ পিচত চিঠিখন খুলি ললে।

"এদিন সীতা যেনেকৈ পাতাললৈ গৈছিল তেনেকৈ যাবলৈ মোৰ ধৃষ্টতা নাই, মইতো সতী নহয়। মই নাৰী, সঁচাকৈয়ে মই তোমাৰেই আছিলোঁ; সেনগুপ্তৰ নাছিলো। সেনগুপ্তক মই ভাল পাইছিলো তেওঁৰ কবিতাৰ বাবে। বৰ ওখলৈ যায় মনটো। আকাশৰ বগলীৰ দৰে মই অনন্তত উৰি ফুৰোঁ। সেই সুখকণো তোমাৰ সহ্য নহ'ল। সীতাই যেনেকৈ ৰাৱনৰ মুখখন আঁকিছিল মজিয়াত, ময়ো আঁকিছিলো। কাৰণ সেনগুপ্তই মোক অসীমৰ আভাস দিছিল।··· ৰাৰু সেইবোৰ যাওক। তুমি মোক ইমান যন্ত্ৰণা কিয় দিলা? এই শূন্য বঙলাত মই বৰ যন্ত্ৰণা পালো। মই নিৰুপায় হৈ সেনগুপ্তৰ ওচৰলৈ যাব খুজিছিলো অকলে থকাৰ শক্তি নাছিল বুলি। কিন্তু সেনগুপ্তই ইতিমধ্যে বিয়া কৰাবলৈ ঠিক কৰিলে।··· এই লৰাটো তোমাৰ আছিল। মই জানো। এতিয়াও কওঁ দেই। বেয়া নেপাবা। মোৰ দুঃখ থাকিল তাকো মই মাৰিব লগা হ'ল।··· জানো মই মৰাৰ পিচত মোৰ বাবে তুমি শোক নকৰা।··· কিন্তু পলাশক ভালকৈ ডাঙৰ কৰিবা। সি যাতে তোমাৰ দৰে নিষ্ঠুৰ নহয়···"

নলিনীয়ে জেপত চিঠিখন সুমুৱাই থলে বাহিৰত পলাশ অহাৰ গম পাই। হাতেৰে চকুপানীও মচিলে।

পলাশে আহি মাকক দেখি প্ৰথমতে সেই একে ভুলকেই কৰিছিল। মাক যেন পুৰা বেলিকৈ শুই আছে। কিন্তু ক্ষন্তেকতে তাৰ ধাৰণা বদলি গ'ল। ঠেলি-হেচুকিও আৰু মাকক জগাব নোৱাৰি। জিভা আৰু দোৱোল নেখায়।

মাকৰ বুকুত সোমাই পলাশে কান্দিবলৈ ধৰিলে।

নলিনীয়ে কোনো সান্ত্বনা দিব নোৱাৰিলে। তাৰ ভয় লাগিল।



এই মৃত্যু সি আশা কৰা নাছিল। নকৰিবৰে কথা। মানুহে যে আত্মহত্যা কৰে এই কথা সি সপোনতো ভবা নাছিল। বিশেষকৈ অলিয়ে।

কাকতিয়নী সোমাই আহি পলাশক লৈ গ'লহি।

নলিনী নিৰ্বিকাৰভাবে বহি ৰ'ল। তাৰ দোষ যদি হৈছিলো (সিতো বিশেষ অবাস্তৱ দাবী কৰা নাছিল আৰু নতুন প্ৰেমৰ সন্ধান তাৰ পুৰণি প্ৰকৃতি) তথাপিও অলিয়ে এনেকৈ নিজকে নিঃশেষ কৰিব নেলাগিছিল। সি বুঢ়া নহলেও বয়স হ'ল। সেই কথা সি অনুভৱ কৰিছে। অলিৰ কাষলৈ সি এনেয়েও ঘূৰি আহিলহেঁতেন। সিমান পৰলৈও নৰলে অলিয়ে। এই কমটোত সোমাই সোমাই আশা কন্ধ হ'ল। আনকি সেনগুপ্তয়ো (নলিনীৰ এতিয়া বিৰক্তি উপজিল) তাইক এৰিলে। হঠাতে নলিনীয়ে মন কৰিলে ওচৰৰ মেজত "মহুয়া" খন পৰি আছে। এটা যেন স্মৃতিৰ যন্ত্ৰণা। সেইখন ফালি পেলাৰ খুজি আকৌ সি থৈ দিলে।

বাহিৰত শৱযাত্ৰাৰ আয়োজন চলিছে। চাঙী সাজিছে। আকৌ সেই ফুকনেই। খবৰ কৰিবলৈ অহা মানুহ সেই একেবোৰেই। মিছেছ ৰাণাডে, শৰ্ম্মানী, চলিহানী সকলো আহিছে। কিন্তু কাৰো লগত সি কথা কোৱা নাই। সি ডিগৰই চহৰখন বিণাবলৈ ধৰিলে। সি ইয়াৰ পৰা পলাই গৈ আকৌ যেন ক'ৰবাত প্ৰফেছৰ হ'ব। এই জীৱন তাৰ ভাল লগা নাই। ইয়াৰ সৰু গণ্ডীৰ পৰা ওলাব লাগিব।

কিছুমান মানুহ আহি আকৌ শটো তুলি ললে।

নলিনীয়ে ভাবিলে তাৰ ঘৰ আজি শূন্য হৈ যাব। সি তাতে বহি ৰ'ল। শটো বাহিৰলৈ নিয়া হ'ল। সংঘ সমিতিবোৰে ফুল দিলে।

অলপ পৰৰ পিচত নলিনী ওলাই আহিল। সি দেখিলে তাক মানুহে খুব ভাল চকুৰে চোৱা নাই। শাহু-শহুৰেকেও তাৰ লগত কথা-বতৰা কোৱা নাই। তাক সকলোৱে সন্দেহৰ চকুৰে চাইছে। সি ধৈৰ্য ধৰি ৰ'ল।

পলাশক লৈ মানুহবোৰ গুচি গ'ল।

অলপ পাছতে দত্তও বিদায় লবলৈ আহিল, কিন্তু হঠাতে দত্তৰ মাত থোকাথুকি হ'ল, কলে,—যাওঁ বোপা ; তাইক তুমি নবুজিলা, তাই আছিল এপাহি থলপদ্ম।

নলিনীয়ে উত্তৰ দিলে—অলি গ'ল···মই ভাবিবই পৰা নাছিলো।

দত্তনীয়ে ক'লে, কি কৰিবা সকলো ভগৱানৰ ইচ্ছা।

নলিনীয়ে একো নেমাতিলে। ভগৱানে অলিৰ আও মৰণ কৰাইছে বুলি সি নেভাবে। কাৰণ ভগৱান নাই।

দত্তই ক'লে—মোৰ সংসাৰখনত জুই লাগিল।

নলিনীয়ে বুঢ়ালৈ সহানুভূতিৰে চালে। সি ক'লে—কৰিব কি ! কেতিয়াবা ভাবো জীৱনৰ অৰ্থ নাই, কিন্তু কেতিয়াবা ভাবো এইবোৰ দুখেই হৈছে জীৱন।

দত্তইঁত যাবলৈ ওলাল। যাবৰ সময়ত দত্তৰ চকুপানী ওলাল। ক'লে,— ভগৱানে যদি সোনকালে মাৰি নিয়ে তেতিয়াই ৰক্ষা পৰো।

নলিনীয়ে হঠাতে সুধিলে—কেছটোৰ কি হ'লগৈ ?

দত্তই ক'লে—কেছ একো ন'হব। কম্প্ৰমাইজ কৰি পেলালোঁ।

—কি ?

দত্তই ক'লে—কেছ একো নহ'ল নলিনী। মানুহে হাঁহিছে কিন্তু মই শান্তি পাইছোঁ। নেপায়, কেতিয়াও পাপ লুকুৱাই থব নেপায়।

নলিনীয়ে ক'লে—পাপ বোলা বস্তু এটাই নাই।

দত্তই উত্তৰ দিলে—আছে, আছে।

নলিনীয়ে ক'লে—মানুহে বেয়া কাম কৰে, কিন্তু পাপ নামটো অদৰ্কাৰী।

দত্তই ক'লে—তোমালোকেতো ধৰম-কৰম নেমানাই। তৰ্ক কৰি লাভ নাই। মই যাওঁ। আৰু বোধহয় দেখা নেপাম।



—কিয় ?

এই সহজ কথাটো নলিনীয়ে কিয় নুবুজে। দত্তই ক'লে মোৰ অনুমানহে।

নলিনীয়ে দত্তৰ মুখলৈ চালে, মুখৰ আঁহে আঁহে শোকৰ দাগ বুঢ়াৰ। সি ক'লে—অলিক আৰু আপোনালোকে নেপায় ; ময়ো নেপাওঁ, পলাশেও নেপায়। কিন্তু তেওঁ যাওঁতে যেন কৈছে মই দোষী।

দত্তই নলিনীৰ মুখলৈ চালে। একো নেমাতিলে।

# ঊনত্ৰিশ

নলিনীৰ বঙলা অবিৰাম শূন্যতাৰে ভৰি গ'ল। কাকতিয়নী নলিনীৰ ওপৰত অসন্তুষ্ট। তেওঁ পৰোক্ষ ভাৱে অলিৰ করুণ মৃত্যুৰ বাবে দায়ী কৰিলে তাকে। গোটেই ডিগবই চহৰতে তাৰ বদনাম হ'ল। কিন্তু চহৰৰ বদনাম শুনি থাকিবৰ সময় নাই। বনুৱা সকলৰ আন্দোলন ক্ৰমাৎ তীব্ৰ হৈ আহিল। নলিনীও তাত ব্যস্ত হ'ব লগা হ'ল। এফালে ফুকনহঁতৰ ইউনিয়নে বনাচৰ দাবী জনাই হুলস্থূল কৰিলে। ইফালে দীনবন্ধুহঁতৰ চেষ্টাত এখন বেলেগে ট্ৰেড ইউনিয়ন হ'ল। ১৯৩৯ চনৰে পৰা চলি অহা আৰু ১৯৪৬ চনৰে পৰা স্বীকৃত হোৱা ইউনিয়নখনে হঠাতে প্ৰতিদ্বন্দ্বীৰ সন্মুখীন হ'ব লগা হ'ল। ফুকনহ'তে তেওঁলোকৰ সকলো শক্তি গোটাই সেই দিনা অফিচত এটা বিক্ষোভ প্ৰদৰ্শন কৰিছিল।

নলিনীয়ে অফিচ ঘৰৰ ভিতৰত বৈ দেখিলে এটা শোভাযাত্ৰা আহি অফিচ ঘৰ বেৰি ধৰিছে। সি হাঁহিলে। ফুকনক সি সন্মুখত দেখিলে আৰু দেখিলে দীনদয়াল আৰু ৰামদয়ালক। বাকীবোৰ বনুৱাৰ মাজত আছে হৰেক ৰকমৰ লোক।

গণ্ডগোল ক্ৰমাৎ বেছি হৈ আহিল। কাষৰ ৰুমত লেবাৰ ছুপাৰি-ণ্টেণ্ডেণ্টে মেনেজাৰৰ লগত লৰালৰিকৈ কথা পাতিলে। অফিচৰ দুৱাৰ বন্ধ কৰি দিয়ালে। অফিচ ঘৰৰ ভিতৰ দুৱাৰো বন্ধ হ'ল। নলিনীয়ে ছিগাৰেট জ্বলালে। কিবা এটা দুৰ্ঘটনাৰ বাবে অপেক্ষা কৰি ৰ'ল। সি যে বেলেগ বিভাগৰ অফিচাৰ। গতিকে বিশেষ কোনো চিন্তা নাই। বনুৱা-মালিকৰ সংঘৰ্ষই তাক প্ৰত্যক্ষভাৱে নোছোৱে।

ৰুমৰ ভিতৰত সোমাই নিৰ্বিকাৰ ভাৱে সি ভাবিলে, মালিক আৰু বনুৱাৰ মাজৰ মানুহ হৈ থকাৰ এই নিদাৰুণ ভাগ্য যেন শেষ হয়। বনুৱা সকলে দাবী আদায়ৰ বাবে মালিক পক্ষৰ লগত যুঁজ কৰে।



সেই যুঁজ অনন্ত। দৰমহা, ছুটী, ঘৰ, পানী, লাইট, চিকিৎসা আৰু এতিয়া বনাচ। অলপ দামৰ সূচী-নিৰ্ঘণ্ট বাঢ়িলেই সিহঁতৰ দাবী বাঢ়ে। ইমান দিন বনুৱা সকলৰ ঐক্য আছিল বাবে সকলো ঠিকে-ঠাকে চলিছিল। কিন্তু এতিয়া মালিক পক্ষই অনুভৱ কৰিছে যেন বনুৱা সকলৰ দাবীৰ আৰু শেষ নহ'ব। তেওঁলোকে কৈছে ডিগবইৰ তেলৰ খাদ শেষ হৈ যাব লগা হৈছে, ডিগবই আৰু বেছি দিন নেথাকেও। কিন্তু বনুৱা সকলে বিশ্বাস নকৰে। তেওঁলোকে কয় এইটো কোম্পানীৰ ফন্দী। এতিয়া মালিক পক্ষৰ লগত আন ইউনিয়নৰ যোগাযোগ চলিছে। তেওঁলোকৰ ইউনিয়নটোক সবল কৰিবৰ বাবে মালিক পক্ষৰ বৰ চেষ্টা। আগৰ ইউনিয়নে জানিছে। সেই ইউনিয়নৰ ভিতৰখনো বৰ ভাল নহয়। ভাল নেতৃত্ব নাই।

বাহিৰত বনুৱা সকলৰ চিঞৰ বেছি হৈ আহিল, আৰু অলপ সময়ৰ পিচতে অফিচ ঘৰ ঘেৰি ধৰিলে। কিছুপৰ তেনেকৈ থকাৰ পিচত পুলিচ আৰু মেজিষ্ট্ৰেট আহিল। তেওঁলোকে নিঃসহায় ভাৱে কিছু পৰ থিয় দি ৰল।

নলিনী ওলাই গ'ল। শূন্য মনত এটা কোলাহল সৃষ্টি হ'ল। বাৰান্দাত থিয় হৈ সি দেখিলে মেজিষ্ট্ৰেটে আশ্বাস দিছে। অলপ পৰৰ পাচতে লেবাৰ ছুপাৰিণ্টেডেণ্টে তাক মাতি পঠালে। অফিচ কোঠাত মেনেজাৰ আদিৰ লগত কথা-বতৰা পাতি সি বুজিলে যে মেজিষ্ট্ৰেটে দুয়ো পক্ষকে লগ লগাই দিব খুজিছে। কিন্তু কোম্পানীয়ে আৰু কথা-বতৰা পাতিব নোখোজে। সেই বাবে অফিচৰ দুৱাৰ খুলিয়েই নিদিলে।

নলিনীয়ে নিৰ্বিকাৰভাৱে সকলো শুনিলে। তাৰ পিচত মনে মনে ৰ'ল। বৰ চাহাবৰ ওপৰত মাত মতা এক ৰকম অসম্ভৱ। একেবাৰে অসম্ভৱ। বৰ চাহাবৰ হৈ কেৱল ওকালতি কৰাৰ ৰাস্তাহে তেওঁলোকৰ খোলা আছে। নলিনীয়ে এইবোৰ কথা ভাল নেপালে। পূৰ্বতে ডাক্তৰ কাকতিৰ পৰা সি ভালেমান কথা শুনিছে। সৰু-সুৰা কথাত

আন্দোলন হোৱাটো সি ভাল নেপায়। তথাপি সি মনে মনে ৰ'ল। কাৰণ কোম্পানী পক্ষৰো বহুত দোষ।

তেনেতে তাৰ এটা ফোন আহিল। বকুলৰ ফোন। কাকতিয়নীৰ অৱস্থা বেয়া। তাক বিচাৰিছে। অলি মৰাৰ পিচত এই প্ৰথম বকুলৰ ফোন আহিল। বকুলৰ কথাত আত্মীয়তাৰ ভাব নাই, সেই কথা স্পষ্ট ধৰিব পাৰিলে। সি ক'লে—বকুল, যাবলৈ উপায় নাই। ঘৰ ঘেৰাও। তুমি যদি আহাঁ, ফুকনক কৈ মোক নিওৱাৰ ব্যৱস্থা কৰা।

বকুলে ক'লে, আপুনি ওলাই আহক। মই মাত্ৰ পাঁচ মিনিট সময় দিব পাৰিম। মই গৈছোঁ।

— তাত ডাক্তৰ আৰু আছে নে নাই?

—আছে।

নলিনী নামি গ'ল। কাকাতয়নীৰ মৃত্যুৰ কথা ভাবি সি বিষণ্ণ হ'ল। অলি মৰাৰ পাছৰ পৰা আঁতৰি থাকিলেও তালৈ তেওঁৰ সহানুভূতিৰ অভাৱ নাছিল। ভালেমান খবৰ সি পাইছিল দীনবন্ধুৰ পৰা। দীনবন্ধুৱে নতুন ইউনিয়ন কৰাৰ সময়ৰে পৰা বগা আৰু ক'লা উভয় বিধ চাহাবৰ লগতে হলিগলি আৰম্ভ কৰিছিল। কাকতিয়নীক আলপৈচান ধৰাতো সি খুব ব্যস্ত আছিল। নতুন ইউনিয়ন পাতি সি আগতকৈ দেখনিয়াৰ হ'ল।

নলিনী গৈ ফুকনৰ ওচৰত নিৰ্ভীক ভাৱে থিয় হল'গৈ। ফুকনক মাতি তেওঁ কথাটো কলে। প্ৰথমতে ফুকনে আপত্তি কৰিছিল, কাৰণ বন্ধুৱা সকলে নলিনীক বেৰি লৈছিলহি। দুই এজনে নলিনীক যাবলৈ দিব নুখুজিছিল। কিন্তু ফুকনৰ অন্তৰ গলি গ'ল। তেওঁ কাকতিয়নীৰ মৰণাৱস্থাৰ কথা শুনি ক'লে, তেন্তে যাওঁক। ময়ো পাৰিলে গৈছোঁ।

নলিনীয়ে ক'লে,— বকুলৰ মটৰ আহিছে সৌৱা, যাওঁ বলক। মানুহতো লাগিব।



ফুকনে লগৰ কৰ্মী সকলৰ লগত আলোচনা কৰিলে। তেওঁলোকে প্ৰথমতে কেৰোঘেহোঁ কৰিছিল, যদিও শেহত মান্তি হ'ল। কাৰণ ফুকনৰ লগত কাকতিৰ সম্পৰ্কৰ কথা সকলোৱে জানে। তদুপৰি ফুকন নহলে শৱ-সংস্কাৰ কাম ডিগবইত সম্পাদন হোৱা টান।

বকুলৰ মটৰ বিদ্যুৎবেগে চলিল। কিছু পৰৰ মূৰত বকুলে নি ঘৰত মটৰ ৰখালেগৈ। কাকতীয়নীৰ ঘৰটো শূন্য হৈ পৰিছে। দীনবন্ধু বাহিৰৰ বাৰান্দাত অহা-যোৱা কৰি আছে। ফুকনে দীনবন্ধুক দেখি বকুলক ক'লে—ই বোলে বৌৰ খুব আলপৈচান ধৰিছে হয় নেকি?

বকুলে ক'লে, অঁ।

— দালালৰ মুখ চাবৰ মন নাযায়।

দীনবন্ধুৱে 'দালাল' শব্দটো শুনি চক্ খাই উঠিল। বকুলে একো নক'লে। দীনবন্ধু ভিতৰত নোসোমাল।

ভিতৰত গৈ বকুলে দেখিলে হঠাতে কাকতিয়নী উত্তেজিত হৈ পৰিছে। তেওঁ খুব কষ্টেৰে উশাহ লৈছে।

বকুলে মাতিলে — মা।

কাকতীয়নীয়ে চকু মেলিলে খুব কষ্টেৰে। তাৰ পিচত ক'লে— সংসাৰখন বৰ বেয়া। অলিয়ে সপোন দেখুৱাই কলে।

—মা।

—বৰ স্বাৰ্থপৰ! বৰ স্বাৰ্থপৰ।

বকুলে বুজিলে মাকে মাজে মাজে ভ্ৰম বকিছে। তাই ক'লে,—মা, নলিনীদা আৰু ফুকন আহিছে।

কাকতিয়নীয়ে হাতেৰে নলিনীক বিচাৰিলে। নলিনী সমুখলৈ গ'লত ক'লে,— আৰু ভুল—নকৰিবি। পলাশক ডাঙৰ কৰ।

নলিনীয়ে ক'লে—মই কাম এৰি দিম।

কিয়?

—ডিগবইত আহি সকলো হেৰুৱালো। —পড়া-শুনা, তিৰোতা সকলো।

—তাৰ কাৰণ ডিগবই নহয় অমিতাচাৰ।

কাকতিয়নী মনে মনে ৰ'ল, তাৰ পিচত ক'লে,—ডিগবইৰ কথা মই জানো। বেয়াও আছে ইয়াত, ভালো আছে। ধানৰ পৰা পতান বাছিব নোৱাৰিলে মস্কিল।

কোনেও একো নেমাতিলে। বকুলে কথা কোৱা বন্ধ কৰিবলৈ ক'লে। কিন্তু কাকতিয়নীয়ে তাইৰ হাত আৰু মুখখন বিচাৰি তাত নিজৰ হাত ফুৰাই খুব কষ্টেৰে ক'লে,—তোৰ একো এটা কৰিব নোৱাৰিলো।

পাচৰ টুকুৰা কথা কবলৈ সময় নেপালে কাকতিয়নীয়ে। ঢলি পৰিল। বকুলে কান্দিবলৈ ধৰিলে।

## ত্ৰিশ

ফুকনে আকৌ চাঙী বান্ধিছে। আকৌ মেনেজাৰ আৰু মোটৰ আহিছে কাকতিৰ ঘৰলৈ। কন্তু আগৰ সৌহাৰ্দ্য কাৰো মুখত নাই। ফুকনে আনকি দীনবন্ধুহঁতক চাঙী ছুবলৈকে নিদিলে। নলিনীয়েও কান্ধত লবৰ আগ্ৰহ প্ৰকাশ নকৰিলে। খৰি দিবলৈ যাবৰ সময়তে হঠাতে মাধৱ ওলালহি। গাত সৈনিকৰ পোছাক। ফুকনে সুধিলে,—তই চিপাহী হলি কেতিয়াৰ পৰা ?

—আজি তিনি দিন। ঘৰলৈ গৈছিলোঁ। মাৰ অসুখ। লৈ আহিছোঁ।

ফুকনে চাঙীখন কান্ধত তুলি লৈ আকৌ থৈ দিলে। আন কেইজনমানক চাঙী লৈ শ্মশানলৈ যাবলৈ দিলে। ফুকনে মাধৱক একাষৰীয়াকৈ মাতি নি ক'লে—মাৰৰ কি হৈছে ?

—কি হ'ব, আকৌ সেই ল'ৰা।

—কাৰ ফালৰ।

—মাই একো ক'ব নোৱাৰে। খালাচ কৰিবলৈ আহিছে। কেশেশ্বৰীয়ে হাক দিছে।

—তাইৰ আকৌ হ'ল কি ?

—তাই এতিয়া পস্তাইছে। মাই কিন্তু তাইক প্ৰশংসাহে কৰিছে।

ফুকনে ক'লে—মাৰক মই কমগৈ। এইটো ল'ৰাৰ ভাৰ মই লম।

মাধৱে একো নেমাতিলে।

কোনেও সিহঁতৰ কথালৈ কাণ নিদিলে। নলিনীয়ে বাৰান্দাত বকুলৰ ওচৰত বৈ ক'লে–বকুল, কাকতিয়নীৰ মুখাগ্নি কোনে কৰিব ?

বকুলে কলে—কেলেই তুমি।

—মই নোৱাৰো বকুল।

—কিয় ?

—মই সহিব নোৱাৰা হৈছোঁ।

বকুলে নলিনীলৈ চালে, দেখিলে তাৰ চকুত পানী বিৰিঙি উঠিছে। দীনবন্ধুৱে অদূৰত থিয়া-থিকৈ আছে।

বকুলে, ক'লে কি হৈছে ?

—অলিয়ে সদায় মোক সপোনতে আহি তিৰস্কাৰ কৰে, মই মই বোলে তাইক অবিচাৰ কৰিলোঁ।

—এতিয়া বুজিব পাৰিছানে ? তুমি বুজা নাছিলা অলি বাইদেউ কি আছিল। মাই তোমাক এই বাবে বেয়া পালে।

নলিনীয়ে একো নেমাতিলে। সি জেপৰ পৰা এটা চিগাৰেট উলিয়ালে, তাৰ পিচত ক'লে—জানো। দেহৰ লোভৰ এটা সীমা আছে। আজি মোৰ ভাব হৈছে মিছেহ বাপট বাটৰ চৰাই ঘৰ, কিন্তু অলি আছিল মোৰ ঘৰ। এতিয়া মই অঘৰী। মই এতিয়া বুজিছোঁ অলিক মই মাৰিলো। মই— মই— মই।

দীনবন্ধুৱে বুৰ্বকৰ দৰে বকুললৈ চাই আছে। তাৰ পিন্ধনত চাহাবী পোছাক। নলিনীৰ কান্ধত হঠাতে বকুলে সহানুভূতিবশতঃ হাত এখন থলে।

বকুলে নলিনীক ক'লে—এতিয়া বহুত পলম হৈ গ'ল। কিন্তু অলি বাইদেউৰ কথা পাহৰিবলৈ টান। এই অবিচাৰ···ক্ষমাৰ অযোগ্য।

—বকুল, কিন্তু শাস্তি দিব পাৰানে কিবা ? মই শূন্য ৰঙলাত বহি বহি কেতিয়াবা ভাবো নিয়তিয়ে শাস্তি দিবনেকি মোক।

বকুলে ক'লে, মই নেজানো। কিন্তু মই শান্তি বিচাৰো। আৰু কিবা এটা বিচাৰো—।

—কি।

— কৰুণা।



তাৰ পিচত হঠাতে কৰুণ স্বৰে ক'লে, নলিনী ককাইদেউ। তুমি মাৰ মুখাগ্নি কৰাগৈ যোৱা। ই তোমাৰ কৰ্ত্তব্য। মোৰ সেই অধিকাৰ নাই। মাৰ মোৰ ওপৰত যিমান দাবী, তোমাৰ ওপৰতো সিমানেই।

— × —